**BONKONWAR :** *A book on life and the works of Late Bonkonwar Anandi Ram Das written by Shri Kishori Mohan Pathak and pujblished by Shri Padmini Pathak on behalf of Padmini Prakashan, Dispur, Guwahati - 781 006*

*Price Rs. 60.00 only*

---

বনকোঁৱৰ

লিখক :

শ্ৰীকিশোৰী মোহন পাঠক

প্ৰকাশক :

শ্ৰীপদ্মিনী পাঠক

পদ্মিনী প্ৰকাশন

দিছপুৰ, গুৱাহাটী -৬

প্ৰথম সংস্কাৰণ

ডিচেম্বৰ, ১৯৮৩

দ্বিতীয় সংস্কৰণ

অক্তোবৰ,২০০৩

পৰিবেশক :

শ্ৰীফুলেন্দ্ৰ কুমাৰ বৰুৱা

বনফুল

ভঙাগড়, গুৱাহাটী-৫

৭৭৩৫৮-৭৭৭২৩

মূল্য : ষাঠি টকা মাত্ৰ

ছপাশাল :

বৰ্ণালী

ভঙাগড়, গুৱাহাটী-৫

## ঃ অৰ্পণ ঃ

মোৰ

চিৰ পূজ্যা

মাতৃ

স্বৰ্গীয়া যশোদা পাঠকৰ

পবিত্ৰ স্মৃতিৰ শৰাইত

'বনকোঁৱৰ'ক

থাপিলোঁ

— কিশোৰী —

# ভূমিকা

গীতিকাৰ আৰু সুৰকাৰ আনন্দিৰাম দাসক মই বৰ ভালকৈ চিনি পাইছিলোঁ। চতুৰ্থ দশকত আমি তেতিয়া কটন কলেজৰ ছাত্ৰ। ভাগ্যৰ তাড়ণাত, ভাগ্যৰ অনুসন্ধান কৰি আনন্দি ৰামে তেতিয়া সেই কোমল বয়সতে ধন ঘটিব পৰা কাম শিকিছিলে। সেই কাম একো ডাঙৰ কাম নহয়— ছপাশালৰ আখৰ গোঁঠাৰ কাম। তাৰপৰা ধনোযে বিশেষ কিবা উপাৰ্জন হৈছিল, তেনেকুৱা নহয়। তেওঁ বোধহয় মাক-ভায়েকেৰ সৰু সংসাৰখন কোনোমতে ঠেলি-হেচি লৈ যাব পৰা দুটামান টকা পাইছিল। কিন্তু কাম ঠিকেই শিকিছিল, কাৰণ তেতিয়া সোণাৰাম বেজৰ নিচিনা মুদ্ৰক আদিৰ পৰিচালনাত চন্দ্ৰকুমাৰ আগৰৱালাৰ তত্বাৱধানৰ খাৰঘুলিৰ বিখ্যাত নিউপ্ৰেছ সেই সময়ৰ অসমৰ বিশেষ ছপাশাল। আনন্দি ৰামৰ পিছে সেই ক্ষুদ্ৰ ব্যৱহাৰিক জীৱনৰ উপৰিও এক মহত্তৰ জীৱন নিজৰ ভিতৰতে গুম্ গুমাই উঠিছিল। সেয়া হ'ল তেওঁৰ চৰম পৰিচয় দিব পৰা গীতিকাৰ আৰু সুৰকাৰৰ জীৱন। সেই জীৱনৰ অনুপ্ৰেৰণাতে তেওঁ জীৱনৰ ৰস বিচাৰি পায়। সেই জীৱনৰ উছাহতে তেওঁ সুখ পাহৰি, দুখ পাহৰি বাটে বাটে গুণ গুণাই যায় ; কেতিয়াবা বাটেদি আন কোনোবা যোৱাৰ গমকে নাপায়। আজি-কালি যেনেকৈ আমি আমাৰ সাহিত্যিক আৰু কলাকাৰসকলৰ গাত কিবা এটা নামৰ, কিবা এটা উপাধিৰ চাব মাৰি দিওঁ, সেই দিনত তেনেকুৱা ধৰণৰ প্ৰবৃত্তি আমাৰ সমাজত নহৈছিল। কিন্তু আনন্দি ৰামে যৌৱনৰ প্ৰথম চলতে আমাক বহুত কিবাকিবি দিছিল- বহুত গীতি-কবিতা, বহুত সুৰ। এতিয়াও মনত পৰিলেই তেওঁৰ গীতবোৰ কাণত আপোনা-আপুনি বাজি উঠে — " জীৱনে মোৰ সন্ধিয়া হ'লে সমনীয়া" ; "হ'ল যে সন্ধিয়া অ' নাৱৰীয়া" ; "লুইতৰ বুকুৰে কপহী মাজুলী" ; "অ' মইনা তোৰ উৰণীয়া চিত" ; "কেতেকী বিনালে ডালত অ' মইনা" ; "কোনেনো সখি জগালে মাতি" ; "জুৰিলি বতাহৰ আগে ঐ ফাগুণী" ; "গোলাপী সখিৰ আজি মন হ'ল উচাটন" ; "বা হেৰ বলিয়া বৈ বৈ পেঁপাটি বা" ; "মোৰ ঘুমতি ভাঙিলে কাৰ কণু জুণু কণু জুণু ণুপুৰে" ; আৰু অনেক অনেক গীত, অনেক অনেক সুৰ। সেইগীতবোৰত বৈ বৈ এটি কাৰুণ্য বাজি উঠে ; সি হয়তো আনন্দি ৰামৰ জীৱনৰে কাৰুণ্য। কিন্তু গীতবিলাকত অসমৰ ৰূপহ নিসৰ্গয়ো নিজৰ সকলো ৰং লৈ জলমলাই উঠিছে— যেন এখন চিনাকি চিনাকি দেশৰ কথা মাখোন শব্দবোৰে ক'ব খুজিছে। গীতবোৰত আমাৰ চিনাকি কোনোবা ভাৰতীয় ৰাগ আৰু তাল বাজি উঠে। হয়তো কোনোবা চিনাকি গজলৰ বিং তাত প্ৰতিধ্বনিত হয়। কিন্তু সেই সকলোতকৈ আনন্দি ৰামৰ স্থায়ী সুৰ হ'ল অসমীয়া লোক-গীতৰ সুৰ, তাৰো মাজত মনোহৰ

হৈ বাজি উঠে বনগীতৰ চতোৰালী সুৰ। সেই বাবে এই গীতখিনি আমাৰ বৰ আপোন আপোন যেন লাগে যেন নিজেই গুণ গুণাইছো, নিজেই যেন কাণ উনিয়াই শুনি আছো। এই খিনিতেই আনন্দি ৰামৰ দানৰ সবাতো ডাঙৰ সাৰ্থকতা।

সৌ সিদিনা মাথোন, ১৯৬৯ চনৰ আগষ্ট মাহত আনন্দি ৰামে জীৱনৰ দুখ-যন্ত্ৰনাৰ মাজত আমাৰপৰা বিদায় ললে। কিন্তু আমি যেন তেওঁক একেবাৰেই পাহৰিয়েই পেলালোঁ। তেওঁৰ জীৱিত কালৰ ভিতৰতেই অৱশ্যে আনন্দি ৰামৰ দানক পাহৰিবলৈ আমি যেন ছলহে বিচাৰি আছিলো। সময়ৰ গতিয়েই তেনেকুৱা। আজি শ্ৰীকিশোৰী মোহন পাঠকৰ যত্নত আমাৰ সেই পাহৰা গীত, পাহৰা সুৰ আৰু আমি অকৃতজ্ঞভাবে পাহৰিব খোজা সেই অমায়িক শিল্পীজন আমাৰ স্মৰণ-পথলৈ আহিবলৈ ধৰিছে। এই "বনকোঁৱৰ" পুথিখনি আনন্দি ৰাম দাসৰ সকলোকৃতিৰ এটি সামগ্ৰিক সংকলন হ'ল। আনন্দি ৰামৰ জীৱন কালতে কাকত-পত্ৰত ওলোৱা সিঁ চৰতি হৈ পৰি থকা তেওঁৰ গীত-মাত, কিতাপ ৰূপে ছপা হৈ ওলোৱা গীতৰ পুথি আৰু নাটিকা সকলোখিনি ইয়াত একত্ৰ কৰা হৈছে। সেই বাবে শ্ৰীপাঠকদেৱ আমাৰ শলাগৰ পাত্ৰ। কিন্তু তাতোকৈ সৰহ বস্তু পাইছো– প্ৰথমৰ "বনকোঁৱৰৰ চমু পৰিচয়" নামে আলোচনাত আনন্দি ৰামৰ কৃতিৰ জীৱন্ত পটভূমিৰ প্ৰতিচিত্ৰ। আনন্দি ৰামৰ দৰে দৰদী কলাকাৰৰ সৃষ্টিৰ গুণে আৰু শ্ৰীপাঠকৰ প্ৰাঞ্জল পৰিচয় দানৰ গুণে এই গ্ৰন্থখনি বিদগ্ধজনৰ তথা গায়ক সমাজৰ সমাদৃত হ'ব, এই আশা কৰিছোঁ। পুথিখনৰ বিশেষ ভাবে মূল্য বৃদ্ধি হব শ্ৰীপাঠকে শিল্পীৰ শেষ জীৱনৰ যি কৰুণ ছবি দাঙি ধৰিছে তাৰ পৰা, আৰু অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে আৰু কলাৰ মোলবুজা আমাৰ অগ্ৰণী বিদ্বান সকলে সংসাৰৰ সুখ-সমৃদ্ধি, টকা-পইচাৰ লেখত নিঃস্ব কিন্তু কলা-সৃষ্টি আৰু দেশক আপোন বুলি দেশক ভালপোৱা সাধক এজনক দিয়া সম্মানৰ অভিলেখ ইয়াত যেনে সুসংগঠিত ভাবে সন্নিবিষ্ট হৈছে, তাৰপৰাও।

বৈজয়ন্তী
উত্তৰ শৰণীয়া
গুৱাহাটী ৭৮১০০৩
২২ আগষ্ট ১৯৮৩

মহেশ্বৰ নেওগ

# আগ শৰাহি

শিল্পী-সাহিত্যিক সকলৰ যশস্যাৰ ইতিহাস বিশেষকৈ অসমত বিচিত্ৰ। কাৰণ ইয়াত এসময়ৰ কোনো বিদগ্ধ পণ্ডিত, মহান দাৰ্শনিক, প্ৰখ্যাত সাহিত্যিক তথা কবি, নাট্যকাৰ, গীতিকাৰ, গায়ক আদিৰ নাম পিছলৈ বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যাব পাৰে। অসমত এনে এটি দৃষ্টান্ত হ'ল বনকোঁৱৰ আনন্দি ৰাম দাস। অথচ অসমৰ সাংস্কৃতিক জগতলৈ আনন্দি ৰাম দাসৰ যি অৱদান সেয়া অবিস্মৰণীয়। বনগীতকাৰ, নাট্যকাৰ, কবি, কথাছবিৰ গীতিকাৰ, নৃত্য নাটিকা, সঙ্গীতালেখ্য, ৰেডিঅ' নাট, আধুনিক গীত, টোকাৰী গীত আদিৰ ৰচক, অনাতাঁৰ শিল্পী, ৰেকৰ্ড গায়ক বনকোঁৱৰ আনন্দি ৰাম দাসৰ নাম নজনা লোক অসমত নাছিল। তেওঁৰ গীত শুনিবলৈ হেপাহ নকৰা লোকো নাছিল। আনন্দি ৰাম বুলিলে বনগীত আৰু বনগীত বুলিলে এদিন আনন্দি ৰামকেই বুজিছিল। আনন্দি আছিল 'বনগীতৰ ওজা', 'বনগীতৰ ৰজা' আৰু ' বনকোঁৱৰ'। জীৱিত কালত আথে-বেথে বাইজে তেখেতক দিয়া এইবোৰ উপাধি। আনন্দিয়ে কিন্তু কোনে কি দিলে বা দিয়া নাই তাকে ভাবি কেতিয়াও আত্ম-প্ৰসাদ বা আফচোচ কৰা নাছিল। তেওঁৰ লক্ষ্য আছিল তেওঁ নিজে কি দিলে বা দিয়া নাই তালৈহে। জাতিৰ কথা, সৰ্বসাধাৰণ মানুহৰ মনৰ বেদনাক নিজৰ কাৰুণ্য ভৰা জীৱনৰ লগত মিলাই তাকে গীতকবি গাই তেওঁ শান্তনা লভিছিল। ৰৱযুগ নিদিয়া মেঘে গুম্ গুম্‌কৈ গৰ্জি থকাৰ দৰে মাত্ৰ মুখেন মাৰিতং নহৈ অহৰহ গীত আৰু সুৰ ৰাইজৰ সভাত তেওঁ নিবেদন কৰি অসমৰ বুকুত তাৰে মৌ ববৰিছিল। ভাল লগা কথাৰে সুমধুৰকৈ লিখা গীতবোৰ শুনিও আমনি নলগা। গীতত ব্যৱহৃত শব্দ আৰু তাৰ বিন্যাস এনে ধৰণৰ যে সেই শব্দ সংযোজিত গীতবোৰ পাঠকৰ কণ্ঠত আপোনা আপুনি সুৰ হৈ ওলায় আৰু পাঠকে সেই সুৰেৰে গুণ্ গুণাই হলেও সহজে গাব পাৰে। এনে সিদ্ধহস্ত পুৰুষ আনন্দি ৰামে অথচ কোনো মহাবিদ্যালয় বা বিশ্ববিদ্যালয়ৰ ডেওনা পাৰ নোহোৱাকৈয়ে প্ৰকৃত শিল্পী ৰূপে খ্যাত হৈছিল।

আনন্দি ৰামৰ জীৱন প্ৰতিভা তেওঁৰ সমস্ত ৰচনাৱলীৰ মাজত বনকোঁৱৰ বাণীৰূপে সোমাই আছে। ৰচনাবোৰত তেখেতৰ মানসিকতা প্ৰতিফলিত হৈছে। বিভিন্ন চিন্তা, সত্যৰ প্ৰতি দৃষ্টিপাত আদি দিশৰ প্ৰতিফলনো ঘটিছে বনকোঁৱৰৰ ৰচনাত। এইজনা সুন্দৰ সেৱকৰ জীৱন প্ৰতিভাৰ কথা বাদ দি যদি অসমৰ সংগীত ইতিহাস যুগুত কৰা হয় তেনেহলে তেনে ইতিহাসত যে কেইখিলামান পাত নোগোঁঠা হৈ ৰ'ব সেই কথা নিশ্চিত। এজোন কলাকাৰৰ যি স্থানত জন্ম সেই স্থানতে,

সেই মাটিতে মৃত্যু পৰ্যন্ত তেওঁলোকে যি চিন্তা ভাৱনা, ধ্যান-ধাৰণা কৰি জীৱন কটায় ; সেই সকলৰ অবিৰত প্ৰচেষ্টাৰ ফল স্বৰূপেই সংস্কৃতিৰো বিকাশ সাধন হয়। এনে কলাকাৰ সকলৰ নাম অমৰ কৰি ৰখাৰ প্ৰধান লক্ষণ হ'ল তেওঁলোকৰ অৱদান সমূহৰ সংৰক্ষণ আৰু চাহিদা বৃদ্ধি কৰিব পৰাটো ; ৰচনা সমূহ যাতে কাৰো আওহেলাৰ ফলত গেলিপচি নেযায় তালৈ লক্ষ্য কৰাটো।

আনন্দি ৰামৰ ৰচনা সমূহ সযত্নে আতৌ-পুতৌকৈ ৰাখি থৈছে তেখেতৰ পৰিয়াল বৰ্গই। এদিন বনকোঁৱৰৰ ঘৰলৈ গৈ বিচাৰি পালোঁ এইবোৰ। ৰচনা সমূহৰ মাজৰ পৰা কিবা কিবি লিখি লব পাৰোনে বুলি সোধাত আনন্দি ৰামৰ বৰ পুত্ৰ শ্ৰী প্ৰদীপ দাসে আমন-জিমনকৈ অথচ মুখৰ হাঁহিটো বাদ নিদিয়াকৈ কলে — "দেউতাৰ গীত, কবিতা কেইজনমানে লিখি নিছিল কাকতত প্ৰকাশ কৰিব বুলি। কিন্তু ক'তো আজিলৈ প্ৰকাশ হোৱা নাই। আপুনি লিখিব খুজিছে লিখক।" কথা শুনি মই ভাবিলো— যদি মোৰো একেই গতি হয়। "নেলাগে তেনেহলে মই নিলিখোঁ" এই বুলি কোৱাত শ্ৰীদাস আৰু তেখেতৰ মাতৃয়ে যি দৰ্কাৰ মোক লিখি লবলৈ কলে। মই পাণ্ডুলিপিৰ পাত লুটিয়ালোঁ আৰু মাজে-সময়ে বাতৰি কাকতত প্ৰবন্ধকাৰে লিখিলোঁ। প্ৰকাশ পালে সময়ে সময়ে 'অগ্ৰদূত', 'দৈনিক অসম' আৰু 'অসমবাণী' আদি কাকতত। বনকোঁৱৰৰ স্মৃতি দিৱস পালন কৰিবৰ কাৰণে আলোচনা কৰিলোঁ গুৱাহাটী ৰূপালীম্ সাংস্কৃতিক সন্থাৰ সম্পাদক বন্ধুবৰ শ্ৰীশচীন্দ্ৰ মোহন মহাতোৰ লগত। প্ৰতি বছৰে সন্থাৰ জৰিয়তে স্মৃতি দিবস পালন কৰিব বুলি আনন্দেৰে তেওঁ মোৰ কথাত হয়ভৰ দিলে। সেইমতে স্মৃতি দিবস প্ৰতি বছৰে পালন কৰি অহা হৈছে। ১৯৮১ চনৰ চাৰি আগষ্টৰ দিনা গুৱাহাটীৰ এম চি এম ই স্কুলত অনুষ্ঠিত প্ৰথম স্মৃতি দিৱসত সভাপতিত্ব কৰি শ্ৰীফণী তালুকদাৰদেৱে দিয়া ভাষণৰ কিছু কথা মই সংগ্ৰহ কৰি থৈছিলোঁ। সেইখিনি উল্লেখ কৰিলোঁ। তেওঁ কৈছিল–"স্বৰ্গীয় আনন্দিৰাম দাসৰ নাম মনত পৰিলেই, চকুৰ আগত ভাহি উঠে এগৰাকী নিৰহঙ্কাৰী, সদাহাসামুখ, প্ৰতিভাশালী ব্যক্তিৰ অবয়ব। অসমৰ মাটি পানীয়ে গঢ়ি তোলা স্বৰ্গীয় দাসৰ শিশুসুলভ সৰলালিভৰা ব্যক্তিত্বই আমাক সকলোকে মুগ্ধ কৰিছিল। গুৱাহাটীত প্ৰথম অনাতাঁৰ কেন্দ্ৰ স্থাপনৰ সময়ৰ (১৯৪৮ চনৰ পহিলা জুলাই) পৰাই আমি এইগৰাকী শিল্পীৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলো। অৱশ্যে তাৰ বহুবছৰ আগতে তেওঁৰ দ্বাৰা সুৰাৰোপিত 'গোলাপী সখিৰ আজি মন হ'ল উচাটন' (চাৰু বৰদলৈৰ কণ্ঠত) আদি গীতৰ অপূৰ্ব আকৰ্ষণে এই গৰাকী সঙ্গীত সাধকৰ বিষয়ে জনাৰ আগ্ৰহ আমাৰ মনত জগাই তুলিছিল। লুইতপৰীয়া কবি-শিল্পী

দাসৰ গীতৰাজিৰ মাজত অসমৰ নৈসৰ্গিক সৌন্দৰ্য্য প্ৰতিভাত হৈছিল। একেদৰে বিহুগীত-লোকগীত আদিৰ ভেটিত ৰচিত সেই গীতবোৰৰ সুৰৰ মাজতো অসমৰ মাটিৰ গোন্ধ এটা সততে আছিল। আনহাতে সুন্দৰৰ পূজাত আপোন পাহৰা, দৰদী গীতিকাৰ-সুৰকাৰ দাসৰ মনৰ অন্তৰালৰ ব্যথা বেদনা, হাঁহি-কান্দোনৰ ছবিৰ মাজত অসমৰ সেই যুগৰ ৰোমান্টিক সৃষ্টিধৰ্মিতাৰ স্পন্দন অনুভূত হৈছিল। তেওঁৰ থলুৱা সুৰৰ গীতে এটি নতুন পৰম্পৰাৰ সৃষ্টি কৰিছিল। বনগীত নামেৰে আদৰি লোৱা গীতবোৰৰ মাজত তাহানিৰ শ্ৰোতাৰাইজে এটা আপোন আপোন ভাব অনুভৱ কৰিছিল। সেইখিনিতেই এইগৰাকী প্ৰয়াত শিল্পীৰ কৃতিত্ব। এইগৰাকী শিল্পী আছিল ধনৰ দুখীয়া, কিন্তু মনৰ চহকী। কঠোৰ দাৰিদ্ৰ্যয়ো তেওঁৰ সৃজনী প্ৰতিভা ম্লান কৰিব পৰা নাছিল ; বৰং দাৰিদ্ৰ্যৰ নিষ্পেষণে তেওঁৰ ক্ষতাক্ত অন্তৰ মোহাৰি উলিয়াইছিল নতুন নতুন ৰচনা আৰু কল্পনা। দাসৰ সঙ্গীতালেখ্যবোৰত এই কল্পনাৰ মাধুৰ্য্য নিহিত হৈ আছে। অসমৰ শিল্প-কলা চৰ্চাত ৰাজকীয় পৃষ্ঠপোষকতাৰ অভাৱৰ লগতে সমাজৰ ক্ষমতাসীন সকলৰো উদাসীনতাৰ ফলত বহুতো প্ৰতিভাবান শিল্পী প্ৰকাশৰ অভাৱৰ বেদনাত নাইকিয়া হৈ গৈছে। তাৰেই এটি নিদৰ্শন আনন্দিৰাম দাস। 'বনকোঁৱৰ' বুলি জনাজাত এইগৰাকী গীতিকাৰ-সাহিত্যিক-সুৰকাৰৰ স্মৃতিৰ বাবে অসমৰ ৰজাঘৰ-প্ৰজাঘৰে কি কৰিছে? আনকি তেওঁৰ অপূৰণীয়া ৰচনা সম্ভাৰখিনিও কালৰ গৰ্ভত লীন হোৱাৰ পৰা ৰক্ষা কৰিবলৈ চিন্তা কৰা নাই। এনে এটি পৰিবেশত এইগৰাকী প্ৰতিভাসম্পন্ন প্ৰয়াত শিল্পী-সাহিত্যিকৰ ৰচনাৰাজিৰ সংকলন এটি প্ৰকাশ কৰাৰ বিশেষ আৱশ্যকতা আমি উপলব্ধি কৰো। জাতি এটাৰ নৈতিক দায়িত্ব হিচাপেও, দাসৰ সোঁৱৰণীৰ আন ব্যৱস্থাও কৰিবলৈ অসমৰ সাহিত্য-শিল্পৰ লগত জড়িত সকলোলৈকে আমি আহ্বান জনাও।"

সিদিনাখনৰ সেই সভাতে কেইবাজনো বিশিষ্ট ব্যক্তি আৰু বন্ধু-বৰ্গই মোক বনকোঁৱৰৰ এখন জীৱনী লিখি উলিয়াবলৈ পৰামৰ্শ দিছিল আৰু কথাটো মই আনন্দিৰাম দাসৰ পত্নী-পুত্ৰক জনাইছিলোঁ। মোৰ অনুৰোধ ৰক্ষা কৰি তেওঁলোকে আনন্দি ৰামৰ জীৱনী লিখাৰ কাৰণে পাৰেমানে সহায় কৰিলে। তেওঁলোকৰ সহায় অবিহনে মোৰ প্ৰচেষ্টা সফল ন'হলহেতেন। পৰিয়াল বৰ্গলৈ শলাগ জনাবলৈ মোৰ ভাষাৰ নাটনি। গ্ৰন্থখনৰ কাৰণে 'এআষাৰ' আৰু 'ভূমিকা' লিখি মোক প্ৰেৰণা যোগালে ড° ভূপেন হাজৰিকা আৰু ড° মহেশ্বৰ নেওগদেৱে। দুয়োগৰাকী নমস্য আৰু বৰেণ্য ব্যক্তিলৈ মোৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। মোক উপদেশেৰে সহায় কৰিছে অসম প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াদেৱে। তেখেতলৈ

আন্তৰিক শলাগ যাচিলোঁ। মাজুলী নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ন চন্দ্ৰ গোস্বামীদেৱ আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱে গ্ৰন্থখনিৰ খবৰলৈ থাকি কামত আগবঢ়াত শক্তি যোগাইছে। দুয়োগৰাকীলৈ শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। বনকোঁৱৰৰ বিষয়ে লিখা কেইটিমান প্ৰবন্ধ প্ৰকাশ কৰি অগ্ৰদূত, দৈনিক অসম আৰু অসমবাণী কাকতৰ সম্পাদক মহোদয়ে মোৰ উপকাৰ সাধিছে। তেখেত সকলৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। সাহিত্যাচাৰ্য শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু সাংবাদিক, সাহিত্যিক শ্ৰীফণী তালুকদাৰদেৱৰ ওচৰতো কৃতজ্ঞ থাকিলোঁ। লগতে অসম প্ৰকাশন পৰিষদৰ সাহিত্য সম্পাদক আৰু গল্পকাৰ শ্ৰীভূবন চন্দ্ৰ কলিতা, উপন্যাসিক শ্ৰীভূবন মোহন মহন্ত, হিন্দী সাহিত্যিক শ্ৰীনবাৰুণ বৰ্মা, পুথি ব্যৱসায়ী শ্ৰীজ্যোতি কাৰ্কাত, অসম সচিবালয়ৰ কৰ্মী শ্ৰীভূজেন মহন্ত আৰু গুৱাহাটী বাণিজ্যিক মহাবিদ্যালয়ৰ কৰ্মী শ্ৰীমনহৰি মেধি আদি বহুজনৰ পৰা মই উদগনি লাভ কৰিছোঁ। আটাইকেইজনলৈ মোৰ শলাগ জনালোঁ। প্ৰকাশক বন্ধু শ্ৰীসঞ্জীব শৰ্মাই প্ৰকাশৰ দায়িত্ব নললে বনকোঁৱৰৰ পাণ্ডুলিপি হয়তো ভেঁ কুৰি থাকিলহেতেন। তেওঁলৈও সকৃতজ্ঞ ধন্যবাদ। শ্ৰীহৰকুমাৰ ডেকাই বেটুপাত আঁকি দি সহায় কৰিছে। তেওঁৰ কাষত কৃতজ্ঞ। শৰ্মা প্ৰিন্টাৰ্ছ এণ্ড এন্টাৰপ্ৰাইজৰ কৰ্মচাৰী বৃন্দই উৎসাহেৰে গ্ৰন্থৰ ছপা কাম কৰিছে। সমূহ কৰ্মচাৰী বৃন্দলৈ ধন্যবাদ।

বনকোঁৱৰক সজাই-পৰাই উলিয়াওতে যদি ক' ৰবাত কেণা লাগে সেয়া মোৰেই দোষ। সেই সাম্ভাব্য দোষ ত্ৰুটীৰ বাবে মাৰ্জনা বিচাৰিছোঁ সমূহ পাঠকবৃন্দ আৰু বনকোঁৱৰ পৰিয়ালবৰ্গৰ ওচৰত। সৰ্বশেষত বনকোঁৱৰৰ কথাৰে সামৰিলোঁ-—

"মই গোৱা গানবোৰ মানুহৰেই হিয়াৰ
মানুহেই কৰিব বিচাৰ ;
তোমাতোযে আছে মোৰ ভালপোৱা অধিকাৰ
কৰিলেও তুমি অবিচাৰ—
মানুহৰেই হিয়াৰ মানুহেই কৰিব বিচাৰ !"

শ্ৰীকিশোৰী মোহন পাঠক
মিলনপুৰ, চানমাৰী,
গুৱাহাটী– ২১

# দ্বিতীয় সংস্কৰণ সম্পৰ্কে

১৯৮১ চনত "বনকোঁৱৰ" গ্ৰন্থখন প্ৰকাশ হোৱাৰ পিচৰে পৰা কাকতে পত্ৰে বনকোঁৱৰ আনন্দি ৰাম দাসৰ বিষয়ে আন প্ৰৱন্ধকাৰে লিখা প্ৰবন্ধ আদি মাজে - সময়ে প্ৰকাশ হবলৈ ধৰিলে। বিশিষ্ট শিল্পীৰ কণ্ঠৰ বনকোঁৱৰৰ গীতৰ কেছেট বজাৰত ওলাবলৈ ধৰিলে। বনকোঁৱৰৰ গীতৰ কৰ্মশালা বিভিন্ন স্থানত অনুষ্ঠিত হ'ল। ৪ আগষ্ট, ২০০১ তাৰিখে শ্ৰীমন্ত শংকৰদেৱ কলা ক্ষেত্ৰ আৰু ৪ আগষ্ট, ২০০৩ তাৰিখে গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত আনন্দি ৰাম দাসৰ মৃত্যু বাৰ্ষিকী বিভিন্ন কাৰ্যসূচীৰে ৰাইজে পালন কৰিলে। বনগীতৰ ওজা আনন্দি ৰাম দাসৰ আৰু তেওঁৰ গীতৰ জনপ্ৰিয়তা যে ক্ৰমাত বৃদ্ধি পাবলৈ ধৰিছে ইবোৰেই তাৰ প্ৰমাণ। বনকোঁৱৰ গ্ৰন্থখন তেতিয়াই বিক্ৰী হৈ শেষ হোৱা হেতু কেতিয়াবা গ্ৰন্থখন বিচাৰি কোনো মানুহ মোৰ ঘৰলৈ আহে কিন্তু গ্ৰন্থখন দিব নোৱাৰি নিজৰেই বেয়া লাগি যায়। তথাপি গ্ৰন্থ প্ৰকাশৰ একুৰি বছৰ পিচতো দ্বিতীয় সংস্কৰণ উলিয়াবলৈ মন কৰা নাছিলোঁ। এনেতে কেইদিনমান আগেয়ে আনন্দি ৰাম দাসৰ পুত্ৰ শ্ৰীপ্ৰদীপ কুমাৰ দাসে মোক দ্বিতীয় সংস্কৰণটি প্ৰকাশ কৰিব লাগে বুলি মনত পেলাই দিলে আৰু তাৰ কাৰণে আৰ্থিক সাহায্যও আগবঢ়ালে।

দ্বিতীয় সংস্কৰণত প্ৰথম সংস্কৰণৰ কোনো কথাৰ পৰিবৰ্ত্তন কৰা হোৱা নাই। মাথো প্ৰথম সংস্কৰণৰ "ওপৰঞ্চি"তহে কিছু কথা সন্নিবিষ্ট কৰা হৈছে। ইবোৰৰ ভিতৰত আছে – বনকোঁৱৰ গ্ৰন্থৰ প্ৰথম সংস্কৰণৰ উন্মোচনী সভাৰ বাতৰি কাকতত প্ৰকাশিত বাতৰি ; অসমত প্ৰথম বনকোঁৱৰ আনন্দি ৰাম দাসৰ মৃত্যু বাৰ্ষিকী পালনৰ বাতৰি কাকতত প্ৰকাশিত বাতৰি ; আনন্দি ৰাম দাসে বহু কষ্টেৰে সজা "বনকোঁৱৰ পঁজা" অগ্নিত জাহ যোৱা সম্পৰ্কে বাতৰি কাকতৰ সম্পাদকলৈ লিখা এখন চিঠি ; আকাশ বাণী গুৱাহাটী কেন্দ্ৰৰ সাহিত্য চ'ৰা যোগে বনকোঁৱৰ গ্ৰন্থৰ সমালোচনা ; গ্ৰন্থখন সম্পৰ্কে বাতৰি কাকতত প্ৰকাশিত সমালোচনা ; বনগীত সম্পৰ্কে এটি লেখা আৰু আনন্দি ৰাম দাসৰ গীতৰ আধাৰত ৰচিত এখন সঙ্গীতালেখ্য "বনকোঁৱৰৰ সুৰ ঝংকাৰ"। ইবোৰত আনন্দি ৰাম দাস . প্ৰতিভাৰ কিছু আভাষ আছে কাৰণেই ওপৰঞ্চিত স্থান দিয়া হ'ল।

দ্বিতীয় সংস্কৰণৰ প্ৰতি পোৱা দিহা-পৰামৰ্শ আৰু আৰ্থিক সাহায্যৰ কাৰণে শ্ৰীপ্ৰদীপ কুমাৰ দাসলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। প্ৰথম সংস্কৰণত থকা আনন্দি ৰাম দাসৰ পৰিয়ালৰ ফটোখন অস্পষ্ট হ'ব জানি দ্বিতীয় সংস্কৰণত প্ৰকাশ কৰিব পৰা নহ'ল। দ্বিতীয় সংস্কৰণৰ প্ৰকাশিকা শ্ৰীপদ্মিনী পাঠক (পদ্মিনী প্ৰকাশন)লৈ ধন্যবাদ জনালোঁ। অতি কম সময়ৰ ভিতৰতে গ্ৰন্থৰ ছপা কাম সমাপ্ত কৰা কাৰণে গুৱাহাটীৰ বৰ্ণালী ছপাশালৰ স্বত্বাধিকাৰী মোৰ প্ৰিয় বন্ধু শ্ৰীফুলেন্দ্ৰ কুমাৰ বৰুৱা আৰু ছপাশালৰ সমূহ কৰ্ম কৰ্ত্তালৈ কৃতজ্ঞতা জনালোঁ। বনকোঁৱৰ আনন্দিৰাম দাসৰ বিভিন্ন অৱদানৰ প্ৰচাৰ প্ৰসাৰৰ ক্ষেত্ৰত গ্ৰন্থৰ দ্বিতীয় সংস্কৰণে যদি কিঞ্চিৎ বৰঙণি যোগাব পাৰে তেতিয়া শ্ৰম সাৰ্থক হোৱা বুলি আনন্দ লভিম ।

অক্টোবৰ, ২০০৩

কিশোৰী মোহন পাঠক

দ্বাৰকা - মথুৰা পথ, শকুন্তলা উপপথ নং ৫

দিছপুৰ, গুৱাহাটী - ৬

# বনকোঁৱৰত আছে –



## ওপৰঞ্চি — ১২১

# বনকোঁৱৰৰ চমু পৰিচয়

অসমৰ সৰহ শিল্পীৰ জীৱন কাহিনী বেদনাৰে গঢ়া। জীৱন যন্ত্ৰণাত চাটি-ফুটি কৰি হলেও তেওঁলোকে জীয়াই থাকিব খোজে সংস্কৃতিৰ পূজা কৰি। অতি কৰুণ আৰু মৰ্মান্তিক জীৱন যাপন কৰি তেনেদৰে যি কেইগৰাকী সুন্দৰ পূজাৰীয়ে অসমীয়া সংগীত জগতলৈ বিশিষ্ট অবদান আগবঢ়ালে তেওঁলোকৰ ভিতৰত আনন্দিৰাম দাসৰ নাম অন্যতম।

সৰুৰে পৰা চিন্তাশীল আৰু সংগীতপ্ৰিয় আনন্দিৰাম দাসক দ্ৰাৱিদ্ৰতাই চেপি ধৰিছিল যদিও তেখেতৰ সৃষ্টি সমূহ ধ্বংস কৰিব পৰা নাছিল। বনকোঁৱৰৰ বিশাল প্ৰতিভাৰ কথা সেয়ে আমি পাহৰিব নোৱাৰো! ব্যক্তিত্বত অতি বিনয়ী, সৰল-সহজ জীৱন যাপন কৰা সদা হাস্যময়ী শিল্পীগৰাকী যেন শিল্পী শব্দাৰ্থৰ প্ৰকৃত প্ৰতীক। তেওঁ অকল শিল্পীয়েই নাছিল প্ৰকৃত কবিৰ গুণাৱলীৰে তেওঁ এজন কবিও আছিল। তেওঁৰ লিখনিৰ সামান্য ভাগহে প্ৰকাশৰ মুখ দেখে। অধিক ভাগেই অপ্ৰকাশিত অৱস্থাতে আছে। দৰদি কবি আনন্দি দাস মূখ্যতঃ সঙ্গীত শিল্পী - বাহিজৰ ওচৰত এয়ে তেওঁৰ একমাত্ৰ পৰিচয়।

কিশোৰ কালৰেপৰা নাচি-গাই সুৰ টানি ভালপোৱা আনন্দি দাসে তেতিয়াৰ পৰাই থিয়েটাৰ আৰু যাত্ৰা কৰি ফুৰিছিল। গুৱাহাটীৰ তৰুন সেৱক সংঘ আৰু মহামিলন সংঘৰ শিল্পী সকলৰ লগত নানা স্থানলৈ গৈ তেওঁ অভিনয় কৰিছিল। খাৰঘুলিৰ বৰ নাম ঘৰত ভাওনা কৰি দৰ্শকক মোহিত কৰা শিল্পীজনাই বিহুনাচ নাচিবলৈ আৰু বিহুগীত গাবলৈ ভাল পাইছিল। এবাৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিহু নাচ নাচি দুটা ৰূপৰ মেডেল লাভ কৰিছিল। খাৰঘুলি পাহাৰৰ ওপৰে ওপৰে লগ-সমনীয়াৰে সৈতে বিহু নাচি ফুৰাটো আছিল তেখেতৰ চখ্।

১৯০৯ চনৰ ২ অক্টোবৰ তাৰিখে গুৱাহাটীৰ খাৰঘুলিত জন্ম লাভ কৰা আনন্দিৰাম দাসৰ পিতৃৰ নাম ˚খেলাই ৰাম দাস। পিতৃ আছিল নগাওঁ নিবাসী। তেখেতো এগৰাকী সুনিপুণ সঙ্গীতজ্ঞ আছিল। তেওঁ লক্ষৌত সঙ্গীত, বাদ্য, নৃত্য আদিৰ শিক্ষা লৈ পিছত গুৱাহাটীত বাস কৰিছিল। আনন্দিৰাম দাসে পিতৃৰ পৰাই সঙ্গীতৰ শিক্ষা গ্ৰহণ কৰিছিল। কম সময়ৰ ভিতৰতে ভৈৰবী, বাগেশ্ৰী, বেহাগ, পূৰবী আদি ৰাগবোৰ আয়ত্ব কৰিবলৈ তেওঁ সক্ষম হৈছিল। যেতিয়ালৈকে দেউতাক খেলাইৰাম দাসে শিলৰ-কাঠৰ মূৰ্ত্তি আৰু কীৰ্ত্তন ঘৰৰ কাৰণে সিংহাসন আদি নিৰ্মাণ কৰি কিছু উপাৰ্জন কৰিছিল তেতিয়ালৈকে আনন্দি দাসৰ বিশেষ চিন্তা নাছিল। কিন্তু চৈধ্য বছৰ বয়সত দেউতাক

স্বৰ্গী হোৱাত কিশোৰ আনন্দি দাসৰ সঙ্গীত সাধনাত আউল লাগিল। সঙ্গীত সাধনা কৰিলে খাবলৈ নোজোৰে আৰু খোৱাৰ চিন্তাত উপাৰ্জনৰ পথ বিচাৰিলে সঙ্গীত বাদ দিব লাগে। ইপিনে চৈধ্য বছৰীয়া ল'ৰা আনন্দি দাসে কৰিব পৰানো কি কাম আছে? কিবা কাম পালেই যেনিবা কৰিবলৈ শক্তি তথা যোগ্যতা আছেনে? এনেবোৰ প্ৰশ্নয়ো তেওঁৰ শৈশৱ মন খুলি খুলি খাইছিল। ভাবিলে ভাবক পায়। ভাবোতে ভাবোতে উপায় এটি ওলাল। তেওঁ খাৰঘুলিত নিউ প্ৰেছত সোমাল। চিনাকি অসমীয়া আখৰবোৰ অন্ততঃ যতনাই থবলৈ তেওঁৰ মন গ'ল। পাৰিলে পিছেপৰে আখৰ-কেইটাৰে কিবা কৰিবলৈ চেষ্টা কৰিব। হয়, কিছুদিন পিছত আনন্দি দাস হ'ল কম্প'জিটৰ। প্ৰেছত গীত, কবিতা, গল্প, নাটক, প্ৰবন্ধ আদি কম্প'জ কৰি আনন্দি দাসৰ মন-প্ৰাণ আনন্দেৰে ভৰি পৰিল। কিন্তু আৰ্থিক ক্ষেত্ৰত জুৰুলা হৈয়ে থাকিল। কম্প'জিটৰ হিচাপে নাম মাত্ৰ টকাহে উপাৰ্জন কৰিলে। আৰ্থিক ক্ষেত্ৰত জুলা-কলা হৈ আখৰ বচা কামত ব্যস্ত থাকিলেও কৈশৰ মনত যি ভাব বীজ ৰোপণ হৈছিল ; সেয়াই পিচলৈ গজালি মেলিলে। সহজ-সৰল জীৱন যাপন কৰি শিল্পী হোৱাৰ হেপাহ কৰিছিল কাৰণেই হবলা শিলৰ ফাঁকত কেতিয়াবা কেনেবাকৈ গুটিয়ে গজালি মেলাৰ দৰে, নিদাৰুণ যন্ত্ৰণা ভোগ কৰা আনন্দি দাসৰ অন্তৰতো সৃষ্টি প্ৰতিভা লুকাই নেথাকি বিকশিত হৈ পৰিল। শিল্পী প্ৰাণ আনন্দি দাসক সকলোৰে জানিলে।

আনন্দি দাস সৰুতেই পিতৃহাৰা হয়। মাতৃ গোদাবৰী দাসেও কোনোমতে কাপোৰ বৈহে ভাত মোকোলাইছিল। সমস্যাৰে জৰ্জৰিত ঘৰখনত আনন্দি দাসে সঙ্গীত সাধনাত ৰত থাকি দুখ পাতলাবলৈ যত্ন কৰিছিল। প্ৰকৃতিৰ শোভা নিৰীক্ষণ কৰি নিজৰ দুখ প্ৰকৃতি ৰাজ্যত যেন বিলাইহে আহিব এনে ভাবে তেওঁ সদায় বৰশিটো হাতত লৈ খাৰঘুলিৰ তেনাৰী আৰু চূনচালি ঘাটত উপস্থিত হৈছিল। কেতিয়াবা বৰশি বাই ৰ'দৰ তাপত ক্লান্ত হৈ আহি ঘৰ পালেও গুণ গুণাই কিবা গীতৰ সুৰ টানিহে ধুতি-চোলা খুলিছিল। বৰশি বাই থাকোতে ব্ৰহ্মপুত্ৰৰ বুকুৰে অহা-যোৱা কৰা পালতৰা নাওবোৰ দেখি, নাৱৰীয়াৰ মুখত ভাটিয়ালী গীত শুনি আনন্দি দাসৰ মন ভাৱত বিভোৰ হ'ল। মাজুলীৰ বালিত পৰি চৰাইবোৰে জাক পাতি জাকি মাৰি উৰি যোৱাৰ দৰে আনন্দি দাসৰ মনো উৰি যায় বনৰ চৰাই কুলি কেতেকীৰ মাত শুনিবলৈ। মন ব্যাকুল হয় নাহৰফুল, তগৰফুল, কপৌফুলৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ। জয়মতী কথাছবি মুক্তি লাভ কৰাৰ আগেয়ে খাৰঘুলি অঞ্চলৰ বহুখিনি ঠাই আছিল ঘন হাবিৰে ভৰা। কেতিয়াবা খৰিকটীয়া মানুহক দিনতে বাঘে ধৰে। মানুহ প্ৰায় দুই তিনিজন লগ লাগিহে অহা যোৱা কৰে। আনন্দি দাসৰ অৱশ্যে ঘুৰা-ফুৰাটো আনতকৈ আছিল বেছি। নদ-নদীৰ পাৰে পাৰে, সেউজীয়া পথাৰে পথাৰে, বনে-বনে ঘুৰি-ফুৰি আনন্দি দাসে বন-ফুলৰ মালা

গাঁথিছিল। নীল আকাশৰ তলত এইদৰে বনগীতৰ কথা লিখি বনগীত গাইছিল। বিহু সন্মিলন হলে নানা ধৰনৰ গীত-নাট ৰচনা কৰিছিল।

আনন্দি দাসে নিজৰ ঐকান্তিক সাধনাৰ বলত সঙ্গীতৰ জ্ঞান আয়ত্ব কৰে। তেখেতে প্ৰেৰণাও পায় বহুজন সঙ্গীত শিল্পী, সাহিত্যিক আৰু দেশ নেতাৰ পৰা। তেখেতৰ সঙ্গীত সাধনাত যিসকল ব্যক্তিয়ে উৎসাহ আৰু প্ৰেৰণাৰে সাহস যোগাইছিল তেওঁলোকৰ ভিতৰত গোপীনাথ বৰদলৈ, বাণীকান্ত কাকতি, ৰঘুনাথ চৌধাৰী, বিষ্ণু প্ৰসাদ ৰাভা, পদ্মধৰ চলিহা, জ্যোতিপ্ৰসাদ আগৰৱালা, অম্বিকাগিৰি ৰায় চৌধুৰীৰ নাম উল্লেখ যোগ্য। সংগীত জগতলৈ যোগোৱা আনন্দি দাসৰ অৱদানৰ কথা স্মৰণ কৰি জ্যোতিপ্ৰসাদ আগৰৱালাই তেখেতৰ শোণিত কুঁৱৰী নাটৰ দ্বিতীয় সংস্কৰণৰ পাতনিত লিখিছে— " আঠ দহ বছৰ উকলি যোৱাৰ পিছত শ্ৰীযুত বিষ্ণু প্ৰসাদ ৰাভা, শ্ৰীযুত কীৰ্তিনাথ বৰদলৈদেৱে আৰু তেখেতৰ পুতেক শ্ৰীযুত মুক্তিনাথ বৰদলৈদেৱে আৰু গীতি কবি শ্ৰীযুত উমেশচন্দ্ৰ চৌধুৰী আৰু শ্ৰীমান আনন্দি দাস আদিয়ে অসমীয়া সঙ্গীতৰ এই আধুনিক ৰূপক আগবঢ়াবলৈ আৰু তাক পুষ্ট কৰিবলৈ বিশেষ দান দিয়েহি"। আন এখন " মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য" নামৰ গ্ৰন্থত সন্নিবিষ্ট 'আধুনিক অসমীয়া গীত" নামৰ প্ৰবন্ধত মুক্তিনাথ বৰদলৈদেৱে লিখিছে— "আনন্দি ৰাম দাস কবলৈ গলে আধুনিক গীতত বনগীতৰ প্ৰৱৰ্ত্তক"। উক্তগ্ৰন্থৰে "অসমীয়া গীতি সাহিত্য" নামৰ আন এটি প্ৰবন্ধত শ্ৰীযুত সুৰেণ গোস্বামীয়ে লিখিছে— "এই শতিকাৰ তৃতীয় দশকৰ শেষ ভাগৰ পৰাই বনকোঁৱৰ আনন্দিৰাম দাসে আধুনিক গীতৰ এটা সুকীয়া আৰু জনপ্ৰিয় অঙ্গ হিচাপে 'বনগীত' ক সুপ্ৰতিষ্ঠিত কৰি তোলে"। আনন্দি দাসৰ বনগীতৰ সুৰে এদিন অসমবাসীক কিদৰে মতলীয়া কৰিছিল সেই কথা উল্লেখ কৰি নাট্যকাৰ, অভিনেতা শ্ৰীযুত লক্ষ্যধৰ চৌধুৰীদেৱে লিখিছে— "১৯৪০ চনৰ বিহু সন্মিলনৰ কথা। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ সন্মিলনীৰ সভাপতিত্ব কৰিবলৈ আহিছে। তিনিদিনীয়াকৈ বহা সন্মিলনী। গীত-নাটৰ উজান উঠিছে। শিল্পী সকলৰ মুখত আনন্দি দাসৰ ৰচিত বনগীতৰ সুৰৰ সমাবেশ। ৰূপকোঁৱৰ এইবোৰ গীত আৰু সুৰৰ প্ৰতি আকৰ্ষিত হ'ল। আনন্দি দাসৰ এই শিল্পী প্ৰতিভা ৰূপকোঁৱৰে ভালকৈ অনুভৱ কৰিলে। দাসক মাতি আনি কথা হ'ল। পুৱা ৰভাতলিতে। সভাপতিৰ মন্তব্যত আনন্দি দাসৰ গীত-মাতৰ কথা সম্যক প্ৰশংসাও কৰিলে"। ( প্ৰকাশ, জুন, ১৯৮৩)।

আনন্দি দাসে ২৫ বছৰ বয়সত ওচৰৰে সোতৰ বছৰীয়া এজনী স্নেহবালী দেৱযানী দাসক বিবাহ কৰায়। বিবাহৰ সময়ত তেওঁ দৰমহা পাইছিল মাহেকত উনৈশ টকা মাত্ৰ। পঢ়িছিলো মাত্ৰ অষ্টম মানলৈহে। অথচ এই অলপ শিক্ষা যি প' ছিল সেই খিনিকে

সাৰোগত কৰি লৈ তেওঁ অসমীয়া সঙ্গীত আকাশত মুকলি মনেৰে বিচৰণ কৰি ফুৰিছিল। প্ৰথম অৱস্থাত হিন্দী আৰু বঙালী গান গোৱাটো তেখেতৰ অভ্যাসত পৰিণত হৈছিল যদিও পিছলৈ তেওঁৰ অসমীয়া গীতৰ প্ৰতি মন ঢাল খায়। অসমীয়া গীতৰ সুৰ টানি গাই, সেইদৰে নিজেও মনঃপুত ভাবে লিখি, নিজাকৈ সুৰ দি গাবলৈ প্ৰয়াস কৰিলে। ভাবোতে ভাবোতে দুটি নতুন গীতৰ সৃষ্টি হ'ল। প্ৰথম ৰচিত গীত দুটি লিখি, সুৰ দি, দুয়োটি গাই শুনালে পত্নী দেৱযানী দাসক। পত্নীয়ে দুয়োটি গীত শুনি ভাল পোৱা বুলি কলে। প্ৰথম গীতটি হ'ল—

কোনেনো সখি জগালে মাতি
শেৱালী ফুলা জোনালী ৰাতি,
নিয়ৰৰ চেচা চুমা পৰশত
গোলাপী সখি কান্দিছে তিতি।

সেই কথাটি কোন্‌টি পৰত
কৈ গ'ল আহি সপোন পাৰত
কোনেনো আহি বজাই বাঁহী
চকুৰ টোপনি লৈ গ'ল মাতি।

বনৰে ডাউকী পুৰ্বতি নিশা
কান্দে বুকু ভাঙি কত কি আশা
তলসৰা ফুল হ'ই বিয়াকুল
যায় মৰহি আসন পাতি।

গজল-কাহাৰ্বা ৰাগত ৰচনা কৰা এই গীতটি পিছত শিল্পী বানুৰ কণ্ঠেৰে চেনোলা কোম্পানীত ৰেকৰ্ডিং কৰা হয়। তেখেতৰ ৰচিত দ্বিতীয় গীতটি হ'ল-

গোলাপী সখিৰ আজি মন হ'ল উচাটন
মধু নিশা সপোনৰ মূৰতি হেৰাই,
আলসুৱা তনু-মন কোনে কৰে হৰণ
ভূবন মোহন ৰূপ দেখুৱাই।

বুকুৰ আচল খনি সুদূৰ পবনে কাঢ়ি
লৈ যায় দূৰে দূৰে উৰুৱাই—

মায়াৰ মদিৰা জালে কোনে প্ৰাণ কন্দুৱালে
ধৰোঁ ধৰোঁ কৰোতেই পলকতে যায়।

ৰূপৰ কথাকে ভাবি হয় নিজে অভিমানী
আপোন পাহৰে সপোনকে পায়
নিতে নব মধু খাই বা'হি ফুল এৰি যায়
বলিয়া ভোমোৰা সি নাহে যে দুনাই।

মিশ্ৰ ভীমপল্লশ্ৰী— কাৱালী ৰাগত ৰচিত এই গীতটিও পিছত শিল্পী শ্ৰীচাৰু বৰদলৈৰ কণ্ঠত চেনোলাত ৰেকৰ্ডিং কৰা হয়।

বনকোঁৱৰ আনন্দি ৰাম দাসৰ বিবাহৰ চাৰি বছৰ পিছতে তেখেতৰ ভায়েক ৰমাকান্ত দাসৰ মৃত্যু হয়। ভ্ৰাতৃ বিয়োগৰ দাৰুণ আঘাতে বনকোঁৱৰৰ প্ৰাণ জৰ্জৰিত কৰিলে। ভ্ৰাতৃ বিয়োগৰ চাৰি বছৰ পিছত তেখেতৰ একমাত্ৰ ভনী বসন্ত কুমাৰীৰো মৃত্যু হয়। ভনীয়েক বসন্ত কুমাৰীক মাত লগাই মৃত্যুৰ এসপ্তাহ আগেয়ে মাত্ৰ আনন্দি দাসে কলিকতালৈ গৈছিল কলিকতা অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে গান গাবলৈ। কলিকতাৰ পৰা ঘুৰি আহি ঘৰখনত সোমাই পৰিল ইননি-বিননিৰ মাজত। আনন্দি দাসে হিয়া ভঙা কন্দোন জুৰিলে। দিনবোৰ গৈ আছে কিন্তু তেখেতৰ মনৰ পৰা ভায়েক-ভনীয়েকৰ মধুৰ স্মৃতিবোৰ আতৰি নগ'ল। দুয়োৰো স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি বনকোঁৱৰে অসমীয়া সঙ্গীত প্ৰেমী ৰাইজলৈ দুখন অমূল্য গ্ৰন্থ উপহাৰ দিলে। এখন গীতৰ পুথি 'বিৰহী' আৰু আন এখন গীতৰ পুথি 'সুৰ-নিজৰা'।

১৯৩৭ চনত তেখেতে প্ৰথম প্ৰকাশ কৰিলে 'বিৰহী'। ভায়েক ৰমাকান্ত দাসৰ পুণ্য স্মৃতিত গীতৰ পুথিখন উছৰ্গা কৰি লিখা তেখেতৰ কৰুণ সুৰ শুনিলে শুনোতাৰ মনো ব্যথিত হব খোজে—

ভাইটি,
ভবাকে ভাবিছোঁ কন্দাকে কান্দিছোঁ
তোৰে ঐ গুণকে গাই
ক'ত পাম সোন তোৰ দৰে আৰু
সোদৰৰ মাজু ভাই।
বাজিবনে আৰু ভগা বীণা মোৰ
শুনিবিনে আৰু তই—
'দাদা' 'দাদা' বুলি মিচিকি হাঁহিৰে—
আহিবিনে আৰু অ'ই।

পদুলিৰ পৰা বিধবা আইক
আনিব নোৱাৰো তুলি—
কান্দিছে নিতউ “অ” মোৰ সোণাই
আগতে ওলাহি বুলি।”
জানোঁ সোণ তই ভাল পাব মোক
কিনো দিম তাৰ চিন,
মৰমৰ চিন দিছোঁ “বিৰহী” ক
লবি তই নকৰি ঘিণ।
তোৰ মৰমৰ— “পগলা দাদা”।

সেইদৰে ১৯৩৯ চনত প্ৰকাশিত তেখেতৰ “সুৰ-নিজৰা” খনো তেখেতৰ একমাত্ৰ মৰমৰ ভনী বসন্তৰাণী দাসৰ স্নেহ স্মৃতিত উছৰ্গা কৰি লিখিছে—

স্নেহৰ ভনীটি তই দুদিনলৈ আহি, বসন্তৰ ৰাণী জনী হৈ,
এৰি মোক সংসাৰৰ তপত খোলাত গ'লি গ'ই
কোন দেশলৈ !
মৌ-সুৰদীয়া তোৰ ললিত কণ্ঠই
“সুৰ-নিজৰা” ত দিলে প্ৰণ।
যদিও কঁপনি গল বতাহত মিলি
স্মৃতি তাৰ নপৰিল ম্লান।
প্ৰবাসৰ পৰা আহি নাপালোহি দেখা
সোঁৱৰণি মাথো ৰ'ল শেহৰ বিদায়,
“আহিবা আনন্দে ঘুৰি যোৱা গ'ই দাদা
হাঁহি মুখে কোৱা সেই মুখলৈ চাই।
দেখি এই জগতৰ মায়া মৰিচীকা
নকৰিলি মন তই থাকিবি ইয়াত,
কোন সেই অচিনাকি মনোৰম দেশ
গ'লে আৰু ঘুৰি নহা থাকিলিগৈ তাত।
জগতৰ যত মধু শেষ হৈ যাব
পাহি পাহি হব সৰি বিৰিখৰ পাত,
কুসুমৰ ৰেণু হব কুসুমতে লয়
তথাপি নুভুলো সেই একেষাৰি মাত।
অহা আৰু যোৱা এই দুনিয়াৰ ৰীতি—

ময়ো যাম সেই বাটে প্ৰাণৰ ভনীটি।
তথাপিও মানুহৰ মোহ মুগ্ধ মনে,
বুজিও নুবুজে আৰু জানিও নাজানে।
তথাপিও দিলোঁ তোকে কৰি সোঁৱৰণ
"সুৰ-নিজৰা" ৰ গীতি দাদাৰাৰ দান।
তোৰ মৰমৰ ঃ— "দাদা"

'সুৰ-নিজৰা 'ৰ বিষয়ে পিছলৈ এৰি প্ৰথমে 'বিৰহী' ৰ কথালৈ আহোঁ-

# বিৰহী

১৯৩৭ চনত প্ৰকাশিত গীতৰ পুথি 'বিৰহী' ত সৰ্বমুঠ ৭২ টা গীত আছে। গীতবোৰ আধ্যাত্মিক, আধুনিক, বনগীত আৰু জাতীয় সঙ্গীত হিচাপে ভাগ কৰা হৈছে। বিৰহীৰ বহুখিনি গীতে শ্ৰোতাৰ পৰা বেছ সমাদৰ লাভ কৰিছিল। তেখেতৰ বনগীতে অসমৰ আকাশ-বতাহ মুখৰিত কৰিছিল বুলিব পাৰি। কেউপিনে সমাদৃত হৈ পৰা বনকোঁৱৰৰ বনগীত, আধুনিক গীত আদি গাবলৈ অসমৰ প্ৰখ্যাত শিল্পী সকলেও হেপাহ কৰিছিল। বহু গীত নাটকতো ব্যৱহাৰ হৈছিল আৰু ৰেকৰ্ড কৰাও হৈছিল। সেই কথাৰ উল্লেখ কৰি বনকোঁৱৰে লিখিছে- "বিৰহী" ৰ কেইবাটাও গান ছপা হৈ ওলোৱাৰ বহুদিন আগতেই কেইবা ঠাইতো গীত হৈ জনপ্ৰিয় হৈ পৰিছিল। তদুপৰি কুমাৰী নুৰন্নেছাৰ বেগম (বানু) আৰু শ্ৰীমান চাৰু চন্দ্ৰ বৰদলৈয়ে কেইবাটিও গান ৰেকৰ্ডত গাই গানবোৰ জনপ্ৰিয় আৰু প্ৰচাৰিত হোৱাত সহায় কৰা বাবে তেওঁলোকক মোৰ সস্নেহ আশীৰ্বাদ জনাইছোঁ,— তেওঁলোকৰ কণ্ঠত সুৰৰ নিজৰা অপ্ৰতিহতভাবে বৈ থাকক। মোৰ প্ৰিয় বন্ধু নাট্যকাৰ শ্ৰীযুত লক্ষ্যধৰ চৌধুৰীয়ে তেখেতৰ কেইখনিমান নাটকৰ অভিনয়ত মোৰ গানবোৰ ব্যৱহাৰ কৰি, আৰু শ্ৰীযুত বলোৰাম দাসে উক্ত ৰেকৰ্ড গায়ক-গায়িকাৰ গান কেইটিৰ সুৰ দি গানবোৰ জনপ্ৰিয় কৰা বাবে তেখেত সকলক অন্তৰৰ শলাগ জনাইছোঁ।" সেইদৰে ১৯৩৭ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখে লিখা বিৰহীৰ পাতনিত শ্ৰীঈশ্বৰ চৌধুৰীয়ে লিখিছে— "ৰঙ্গমঞ্চত অভিনয় চাবলৈ গৈ কেতবোৰ সুন্দৰ সুৰৰ গীত গোৱা শুনিছোঁ, আৰু ৰেকৰ্ডত কেতবোৰ অসমীয়া গীত শুনি তৃপ্তি লাভ কৰিছোঁ, কিন্তু সেইবোৰ গীত যে শ্ৰীমান আনন্দিৰ কাপৰ পৰাহি ওলোৱা তাক পিছত জানিবলৈ পাই মনত ততোধিক আনন্দ লাভ কৰিছোঁ। 'বিৰহী' ৰ লেখকক মই বহু দিনৰ পৰা জানো, কিন্তু সঙ্গীত ৰচয়িতা হিচাপে জনা নাছিলোঁ। প্ৰাপ্তিতকৈ আকাঙ্খা যাৰ মনত মহত্তৰ, সিদ্ধিতকৈ

সাধনা যাৰ মনত শ্ৰেয়তৰ, সেই সকলৰ শাৰীত লেখ লব পাৰি unsung poet আনন্দিক। টকাৰ টোপোলাৰ মাজত আনন্দিৰ জন্ম হোৱা নাই। নানা দুখ-কষ্টৰ মাজেদি 'বিৰহী' ৰ ৰচকে জীৱনৰ কন্টকাকীৰ্ণ পথ পৰিস্কাৰ কৰি লবলৈ পুৰুষাৰ্থ কৰি আছে। সংসাৰৰ অভাৱ-অভিযোগ, সহোদৰ ভ্ৰাতৃৰ বিয়োগ আদি নানা বিপদ-বিঘিনিয়েও তেওঁৰ অন্তৰৰ সঙ্গীতৰ কলধ্বনি ৰুদ্ধ কৰিব পৰা নাই। সুৰ ভাৰতীৰ আৱাহন-গীত তেওঁৰ কণ্ঠত উদাত্তসুৰেই গীত হৈছে।"

আনন্দি দাসৰ গীত সেই সময়ৰ বিভিন্ন সভা-সমিতিত গোৱা হৈছিল। বিৰহীত সন্নিবিষ্ট গীত এটিৰ তলত গীতিকাৰে গায়িকাৰ নাম আৰু ক'ত কি উপলক্ষে গাইছিল সেই কথা লিখি থৈছে। ১৯৩৬ চনৰ ২৭ চেপ্তেম্বৰৰ দিনাখন "গুৱাহাটী সন্ধিয়া সন্মিলনী" ৰ ২ য় বাৰ্ষিক অধিবেশন উপলক্ষে চন্দ্ৰপ্ৰভা সিংহ আইদেউৰে অতি শুৱলা সুৰেৰে গাই শ্ৰোতা-দৰ্শক মণ্ডলীক মোহিত কৰা গীতটি হ'ল—

নিয়া প্ৰভু আহি বাট দেখুৱাই
একোযে নেদেখো অন্ধকাৰ।
নিলেহি কাঢ়ি হাতৰ লাখুটি
কোনে মোক কন্দুৱাই।
যিবা আছিল সকলো গ'ল
মোৰ বোলা নাই একো নাই ।

অসমীয়া জতিৰ প্ৰাণ প্ৰতিষ্ঠাতা, সাহিত্য-সংস্কৃতিৰ গুৰু শ্ৰীমন্ত শংকৰদেৱৰ বিভিন্ন অবদানৰ প্ৰতি শ্ৰদ্ধা জনাইছে— বনকোঁৱৰে। অসমৰ বিভিন্ন উৎসৱ-পৰ্ব্ব উপলক্ষে সময়মতে লাগ বুলিলেই গীত লিখি দিব পৰা এই গৰাকী শিল্পীৰ কাপৰ পৰা সেয়েহে বিভিন্ন বিষয়ক গীত-কবিতা ওলাইছে। পুণ্য ভাদত গুৰুজনাৰ তিথি উপলক্ষে লিখিছে—

দিয়াহে শঙ্কৰ হৃদয়ত থিতি
পুণ্য ভাদত আজি লোৱাহে প্ৰণতি।
নাট-কলা বেদ ক'ত
ৰস, গন্ধ ঢালি যত
তুমিয়েই কৰিলা মানী অসমীয়া জাতি।
থান-সত্ৰ পাতি দিলা
গাঁৱে-ভুঞে যশ থ'লা
আজি উজলি আছে মহান কিৰিতি।

পৰাধীন ভাৰতবাসীয়ে মহাত্মা গান্ধীৰ অহিংসা মন্ত্ৰেৰে উদবাউল হৈ বৃটিছৰাজৰ বিৰুদ্ধে যুঁজিবলৈ দৃঢ় সংকল্প হোৱাৰ সময়ত ভাৰতৰ বুদ্ধিজীৱি তথা শিল্পী-সাহিত্যিক

সকলে শক্তিশালী লিখনী আৰু গীত-মাত আদি বিভিন্ন মাধ্যমেৰে দেশবাসীক ৰণমতলীয়া কৰি তুলিছিল— সাহস আৰু শক্তি বঢ়াইছিল। বনকোঁৱৰেও অহিংসা মন্ত্ৰেৰে উদ্বুদ্ধ হৈ লিখিছিল– "কৰে যদি তোমাক কোনোৱে আঘাত / নেলাগে তীক্ষ্ণ তৰবাৰী (আমাক) / অহিংসা পৰম ধৰ্ম্ম যুঁজেৰে দিম জীৱন বলি হে "। ভাৰত জননী যেতিয়া বিদেশীৰ দ্বাৰা বন্দিনী তেতিয়া ক্ষুদ্ৰ স্বাৰ্থত মত্ত হৈ যিসকল ভাৰত সন্তানে লাস-বিলাসত দিন কটাইছিল তেতিয়া সেই সকলক সজাগ কৰি দিবলৈ তেখেতে লিখিছিল—

দেখি ঘোৰ শঙ্কট মত্ত বিলাসত
নাযাবা কোনোৱে টোপনি
উজলোৱা আহি ভাৰত জননীৰ
বিষাদ মলিন মুখ'নি।

এদিন অসমীয়াই সাহিত্য-সংস্কৃতিৰ জৰিয়তে জাতিৰ সুনাম দেশত বিয়পাইছিল। ব্যৱসায়-বাণিজ্য, খেতি-বাতি আদি কোনো ক্ষেত্ৰতে পিচ-হুহকি নপৰা জাতিটোৱে সুজলা সুফলা অসমত সুখে-সন্তোষে দিন নিয়াইছিল কিন্তু বৃটিছ সকলে আমাক পৰাধীন কৰাৰ লগে লগে আমি অতীত গৌৰৱ পুনৰ উজলাই তোলাৰ ক্ষেত্ৰত অধিক সংগ্ৰাম কৰিব লগীয়াত পৰিলো। এই ক্ষেত্ৰত অসমীয়া সকলক সকলো ক্ষেত্ৰতে দেখুৱাব খোজা সৰল-সহজ মনোভাৱ পৰিত্যাগ কৰি, নিজৰ মাটি-বাৰী ঠিক কৰি ৰাখি, ভাই-ভাইৰ মাজত দন-হাই নকৰি জাতিৰ গৌৰৱ অক্ষুন্ন ৰাখিবলৈ উপদেশ দিছে। নহলে বিশ্বই আমাক 'ভীৰু অসমীয়া' বুলি দোষীব। জননী জন্মভূমি সবাতকৈ গুৰনি। আইৰ সেৱাত জীৱন আহুতি দিবলৈ শিল্পী প্ৰাণ প্ৰস্তুত। মাতৃৰ কোলাত মূৰ সুমুৱাই সৰু ল'ৰা- ছোৱালীয়ে যিদৰে যিকোনো ভয় শংকাৰ পৰা হাত সাৰিবলৈ চেষ্টা কৰে সেইদৰে আনন্দি দাসেও লিখিছে— "ৰাখিছা হে তুমি নিৰ্ভয় অসিৰে কৰি যত শত্ৰু দূৰ।"

অসমীয়া নাৰী জাতিৰ সতীত্ব অতি মহান। অসমীয়া নাৰীৰ সৌন্দৰ্য্য, সতীত্ব আৰু বীৰত্বৰ সোনালী ইতিহাসৰ পাত লুটিয়ালে বহু কথা-কাহিনীৰ উমান পোৱা যায়। তেনে কথা-কাহিনীক লৈ কোনোৱে নাটক, কোনোৱে কবিতা বা গীত লিখি সকলো শ্ৰেণীৰ লোককে সাহসৰ সমল যোগাইছে। বিৰহী পুথিত থকা এটি গীতত বনকোঁৱৰে সতী ৰাধিকাৰ গুণ কীৰ্ত্তন কৰিছে এইদৰে—

দেখুৱালা আই শত্ৰুৰক নিজে
তযু সতীত্ব মহা প্ৰমাণ,
আজিও আছা বৈ যুগমীয়া হই
ধন্য "ৰাধিকা শান্তি জান"।

ধন্য বৰদোৱা ক'উটিকলীয়া
তুমি যে মহান তীৰ্থথান,
তোমাৰ বুকুতে আছে শান্তি জান
গাই নিতে তযু গুণ গান।

কেৱল কবি, গীতিকাৰ সকলেই অসমৰ মহান ঐতিহ্যক লৈ বা প্ৰাকৃতিক সৌন্দৰ্য্য চাই মন মতলীয়া এনে নহয় বনৰ বিহগ-বিহগীয়েও অসমীক লৈ নিতে মধু গীত গায় বুলি তেওঁ আন এটি গীতত উল্লেখ কৰিছে। ধাননিৰ মাজেৰে গৈ থকা হৰিণীয়ে ধাননিৰ মাজত গা ঘহাই উলটি চোৱা, বৰনৈৰ পাৰত উমলি ফুৰা, বৰনৈৰ ৰূপোৱালী ঢৌ, মলয়া বা, ৰাঙলী উষাৰ প্ৰভা আদি অনুপম দৃশ্যৰ নিভাঁজ বৰ্ণনা গীতেৰে প্ৰকাশ কৰিছে আৰু অসমী আইৰ চৰণ পূজিবলৈ যাতে পুনৰ জনম লাভ কৰিব পাৰে সেই আশা কৰিছে— "পাওঁ যেন পুজিবলে মৰিয়ো জনম।"

'বিৰহী' ৰ যিবোৰ গীত যিসকল শিল্পীৰ কণ্ঠেৰে ৰেকৰ্ড কৰা হৈছিল সেই সকল শিল্পীৰ নাম ৰেকৰ্ডিং হোৱা গীতবোৰৰ কাষত গীতিকাৰে নিজে লিখি থৈছে। আমি সংগ্ৰহ কৰিব পৰা মতে তলত গীতৰ প্ৰথম শাৰী, গায়ক আৰু ৰেকৰ্ড কোম্পানীৰ নাম উল্লেখ কৰা হ'ল—

১। 'অ' মন, তোৰ চাপিল সিপাৰত নাওঁ – চাৰু বৰদলৈ (চেনোলা)
২। 'জীৱনে মোৰ সন্ধিয়া হলে সমনীয়া' – তিলক দাস (হিজ মাষ্টাৰ্ছ)
৩। 'কিয় আহিলি কলৈ বা যাবা' — খগেন বৰুৱা (হিজ মাষ্টাৰ্ছ)
৪। 'হ'ল যে সন্ধিয়া অ' নাৱৰীয়া' — হিৰন্ময়ী বৰা (হিজ মাষ্টাৰ্ছ)
৫। 'এই ঘাটেদি পানী লৈ গৈছিল' – ড. তাৰিণী বৰুৱা (সুৰ ভাৰতী)
৬। 'নেযাবি সন্ধিয়া হেৰ নাৱঁৰীয়া' – বলোৰাম দাস (চেনোলা)
৭। 'লুইতৰ বুকুৰে ৰূপহী মাজুলী' – চাৰু বৰদলৈ (চেনোলা)
৮। 'তই কোন বিৰিখৰে পখী' — অনুকুল নাথ (চেনোলা)
৯। 'অ' মইনা! তোৰ উৰনীয়া চিত' – হিৰন্ময়ী বৰা (হিজ মাষ্টাৰ্ছ)
১০। 'কেতেকী বিনালে ডালত অ' মইনা' – ড. তাৰিণী বৰুৱা (সুৰ ভাৰতী)
১১। 'অ' ই ভৈয়ামৰ ৰজা লৰা ঐ' – হিৰন্ময়ী বৰা (হিজ মাষ্টাৰ্ছ )
১২। 'মোৰ উটিয়া পদুমৰ নাও' – ড. তাৰিণী বৰুৱা (সুৰ ভাৰতী)
১৩। 'ক' তে ঐ লুকালি বসন্তৰে দূত' – তাৰিণী কাকতি (মেগাফোন)
১৪। '(আজি) ধৰণীৰ উতলা প্ৰাণ' – চাৰু বৰদলৈ (চেনোলা)

১৫। 'নাছে হালি জালি পদুমী আইদেউ' – বলোৰাম দাস (চেঁনোলা)
১৬। 'হেৰ ক'ৰে নাৱৰীয়া তই' – তাৰিণী কাকতি (হিজ মাষ্টাৰ্চ)
১৭। 'কোনেনো সখি জনালে মাতি' – ৰানু (চেনোলা)
১৮। 'আজি পৰাণ মতলীয়া' – চন্দ্ৰপ্ৰভা সিংহ (সুৰ ভাৰতী)
১৯। 'মনোমোহা আজি শৰতৰে নিশা' – চাৰু বৰদলৈ (চেনোলা)
২০। 'জুৰিলি বতাহৰ আগে ঐ ফাগুনী' – চাৰু বৰদলৈ (চেনোলা)
২১। 'গোলাপী সখিৰ আজি মন হ'ল উচাটন'–চাৰু বৰদলৈ (চেনোলা)
২২। 'কোনে মাতি সখি পুৱালে ৰাতি' – অনুকুল নাথ (চেনোলা)
২৩। 'পিউ পিউ পিয়া পিউ পিউ পিয়া' – অনুকুল নাথ (চেনোলা)
২৪। '(তোৰ) বীণত কি জুৰিলি গীত অ' বৰাগী'—
আৰতি শৰ্মা (চেনোলা)
২৫। 'বন্ধু, হ'বা আজি মোৰ মহা নিশা' – বলোৰাম দাস (চেনোলা)

বেদনাৰে ভাৰাক্ৰান্ত জীৱনটি লৈ আনন্দি দাস নিৰানন্দৰে চূৰ্ণ-বিচূৰ্ণ হৈছিল। অলেখ নিকাৰ ভুঞ্জি হলেও তেখেতে যিখিনি বৰঙণি যোগালে তাৰ বিনিময়ত অসমীয়া ৰাইজৰ পৰা তেখেতেনো কি আশা কৰিব পাৰে? নিজৰ কাৰণে বুলি নহয় আন যি সকল শিল্পীয়ে দৰিদ্ৰ জীৱন যাপন কৰি হলেও ৰাইজৰ হকে যুঁজিছে, ৰাইজৰ হকে মৰিছে ; সেই সকলৰ কাৰণে অসমীয়াই কিবা কৰিব পাৰে বুলি তেতিয়া আনন্দি দাসৰ মনে কোৱা নাছিল। সেয়ে 'বিৰহী' গীতৰ পুথিখন সমাপ্ত কৰিছে তলৰ গীতটিৰে —

বন্ধু, হ'বা আজি মোৰ মহানিশা সুখে দুখে অনুৰাগী
লোকৰ হকে জীৱন নিয়ালোঁ, নেপালোঁ করুণা মাগি।
ৰাতি দিনে কত কান্দিলো মই
ব্যথাৰ অশ্ৰু লগৰী ল'ই
মনটি তোমাক সাপিছোঁ বন্ধু, থাকিবানে আজি জাগি?
দান লোৱা আজি ভগা বীণা মোৰ
বজোৱা এবাৰ বিদায়ৰ সুৰ
সকলোৰে আজি থাকিবা বন্ধু নেথাকিম মই ব'ৰাগী।

# সুৰ-নিজৰা

১৯৩৯ চনত বনকোঁৱৰৰ আনন্দি ৰাম দাসৰ আন এখন গীতৰ পুথি 'সুৰ-নিজৰা' প্ৰকাশ হয়। 'বিৰহী'ক আনন্দি দাসে নিজে প্ৰকাশ কৰিছিল কিন্তু সুৰ-নিজৰাৰ প্ৰকাশক আছিল– লক্ষ্মীনাথ ভট্টাচাৰ্য্য, মেনেজাৰ গ্ৰেজুৱেট'ছ, য়ুনিয়ন পানবজাৰ, গুৱাহাটী। সুৰ-নিজৰাৰ কিছুমান গীত পুথি আকাৰে প্ৰকাশ হোৱাৰ পূৰ্ব্বে বিহগী কবি ৰঘুনাথ চৌধাৰী সম্পাদিত 'জয়ন্তী' আলোচনাত প্ৰকাশ হৈছিল। ইয়াৰে কেইটিমান গীত নাটকত আৰু বিভিন্ন সভা-সমিতিত গোৱা হৈছিল বুলি আনন্দি দাসে গ্ৰন্থৰ আগত লিখিছে — "সুৰ-নিজৰা" ৰ কিছুমান গীত কেইখনি মান নাটকত ব্যৱহাৰ কৰা প্ৰিয় বন্ধু নাট্যকাৰ শ্ৰীযুত লক্ষধৰ চৌধুৰী বি, এছ ছি আৰু কিছুমান গীত সভা-সমিতি আদিত প্ৰচাৰ কৰা বাবে পৰম শ্ৰদ্ধেয় সঙ্গীতজ্ঞ শ্ৰীযুত সূৰ্য্যকান্ত বৰদলৈ, প্ৰিয় বন্ধু প্ৰফেছাৰ শ্ৰীযুত বলোৰাম দাস, সঙ্গীতজ্ঞ শ্ৰীযুত উমেশ চন্দ্ৰ পাঠক আৰু প্ৰিয়বন্ধু সঙ্গীতজ্ঞ শ্ৰীযুত বিমল ভট্টাচাৰ্য্যদেৱলৈ মোৰ অন্তৰৰ শ্ৰদ্ধা আৰু ধন্যবাদ জনাইছোঁ।" 'বিৰহী' ৰ গীত ৰেকৰ্ডিং হোৱাৰ দৰে সুৰ-নিজৰাৰ গীতো ৰেকৰ্ড কৰা হৈছিল আৰু এই গীত ৰেকৰ্ড কৰিবলৈ নানাজন শিল্পীয়ে যে হেঁপাহ কৰিছিল সেই বিষয়ে জানিব পৰা যায় প্ৰকাশকে গ্ৰন্থৰ জৰিয়তে কৰা 'অনুৰোধ' ত- "অসমীয়া গায়ক সমাজৰ প্ৰতি মোৰ এই বিনীত অনুৰোধ যেন তেখেত সকলে লিখকৰ পৰা আগেয়ে অনুমতি নোলোৱাকৈ 'সুৰ-নিজৰা' ৰ কোনো গানৰ ৰেকৰ্ডিং নকৰে।"

সুৰ-নিজৰাত মুঠ গীতৰ সংখ্যা ১৪২ টা। প্ৰথম আঠাইশটা গীতেৰে প্ৰথম অধ্যায় কৰি বাৰটা জাতীয় সঙ্গীতেৰে দ্বিতীয় অধ্যায় কৰিছে। সেইদৰে তেৰটা গীতেৰে বনগীতৰ তৃতীয় অধ্যায় আৰু উনৈশটা আধুনিক গীতেৰে চতুৰ্থ অধ্যায় কৰিছে। শেষত ৫৩ টা গীতক আধ্যাত্মিক গীত বোলা হৈছে। গীতবোৰৰ প্ৰায়খিনিৰে তেখেতে সুৰ-ৰাগ নিৰ্ণয় কৰিছে। গীতৰ তলত উল্লেখ কৰা সুৰ-ৰাগবোৰৰ নাম হ'ল—ইমন-কল্যান-দাদৰা, ঝুমুৰা, বনগীত, টোকাৰী, বৃন্দাবনী-সাৰং-তেতাল, ভাটিয়ালী, মিশ্ৰ-পিলু-কাহাৰ্বা, ভীম-পলশ্ৰী-গজল-কাহাৰ্বা, মিশ্ৰ-আশোৱাৰী-কাৱালী, বনগীত-কাৱালী, দেশ-একতাল, মিশ্ৰ-বাগেশ্ৰী, ৰাম প্ৰসাদী একতাল, ভজন তাড়না, বাগেশ্ৰী একতাল, মিশ্ৰ-পূৰবী একতাল, মূলতানী-আড়া-ঠেকা, ইমন-তেতাল, খাম্বাজ, দাদৰা, ভৈৰবী-একতাল,দেশ-খাম্বাজ, দুৰ্গাবৰী, মিশ্ৰ-বসন্ত, মিশ্ৰ-বেহাগ কাহাৰ্বা, গজল-কাৱালী, বেহাগ খাম্বাজ, সৰস্বতী একতাল, তিলক কামোদ, কাশ্মীৰ খেমটা, বসন্ত একতাল, পুৰবী একতাল, দেহ বিচাৰ, হোলী গজল, হাম্বীৰ তেতাল, মিশ্ৰ ছায়ানট, নট-মল্লাৰ-একতাল, আশোৱাৰী- একতাল আৰু মিশ্ৰ হাম্বীৰ একতাল।

সুৰ-নিজৰাৰ যিবোৰ গীত ৰেকৰ্ডিং হৈছিল সেই গীতৰ প্ৰথম শাৰী, গায়কৰ নাম আৰু ৰেকৰ্ড কোম্পানীৰ নামবোৰ উল্লেখ কৰা হ'ল—

১। 'তই, অ' মন বলিয়া হৰি নাম এফাকি গা'— অৰুণ বৰ্মণ (চেনোলা)
২। 'কলৈনো ওলালি অ' মন বলিয়া' – দেৱেন দাস
৩। 'মমতা যদি তোৰ নাই অ' পূজাৰী' – বানু (হিজ মাষ্টাৰ্ছ)
৪। 'আহা আজি মোৰ হে শ্যাম ৰাই' – কুমাৰ যতীন্দ্ৰদেৱ (ৰিগেল)
৫। 'হেৰ পাষাণ পূজাৰী কিয় তই'– বলোৰাম দাস (হিজ মাষ্টাৰ্ছ)
৬। 'জীৱনৰ কিনো গান গাবি অ' বৰাগী' – বলোৰাম দাস (চেনোলা)
৭। 'বা হেৰ বলিয়া বৈ বৈ পেঁপাটি বা' – বলোৰাম দাস (হিজ মাষ্টাৰ্ছ)
৮। 'পৰ্বতৰ বুকুতে অ' কেলৈ ফুলিলি' – তাৰিণী কাকতি (হিজ মাষ্টাৰ্ছ)
৯। 'পৰ্বতৰ জুৰিটি আহিছে বাগৰি' – খগেন বৰুৱা (হিজ মাষ্টাৰ্ছ)
১০। 'মোৰে মইনা কুমলীয়া ফুল' - ইন্দ্ৰ (হিজ মাষ্টাৰ্ছ)
১১। 'ৰামধনু সাজি ল'ই আকাশী জীয়ৰী তই'– বলোৰাম দাস (হিজ মাষ্টাৰ্ছ)
১২। 'তুমি, কোন বসন্তৰ প্ৰথম পুৱা' – কমল চৌধুৰী (চেনোলা)
১৩। 'আজি বসন্ত অতিথি সখী' – হিৰণ্ময়ী বৰা (হিজ মাষ্টাৰ্ছ)
১৪। 'কুলি মাত কিয় বাৰে বাৰে' – নিৰ্মলেন্দু মজুমদাৰ (কলম্বিয়া)
১৫। 'নমো নমো দেবী হে বীণা পাণি' – কুমাৰ যতীন্দ্ৰ দেৱ (ৰিগেল)
১৬। 'নাহিল ঐ মোৰ সখিটি দুপৰ ৰাতি বাঁহিটি বজাই'–তিলক দাস (সুৰ ভাৰতী)
১৭। 'কাহানি হৰি তই ওৰ মনৰে ভাবনা মোৰ' – ৰাণীপাল
১৮। 'তই কোন ৰূপহী ঐ' – নিৰ্মলেন্দু মজুমদাৰ
১৯। 'লুইতৰ সিপাৰে বালি চাপৰিতে' – ইন্দ্ৰ (হিজ মাষ্টাৰ্ছ)
২০। 'তুমি নিদিয়া যদিও কৰি অভিমান' – বলোৰাম দাস (হিজ মাষ্টাৰ্ছ)
২১। 'সান্ধ্য আৰতি দিয়া কোন বিৰহী' – বানু (হিজ মাষ্টাৰ্ছ)
২২। 'বাজিবনে আৰু মোৰ হেৰুৱা অতীতৰ সুৰ' – নিৰ্মলেন্দু মজুমদাৰ
২৩। 'নাওঁ তোৰ সোণালী বঠা তোৰ ৰূপালী' – ধীৰেন দাস (হিজ মাষ্টাৰ্ছ)
২৪। 'আৰু নিবিনাৰি, বীণে লৈ বলিয়া' – বলোৰাম দাস (হিজ মাষ্টাৰ্ছ)

ইয়াত কেইটিমান ৰেকৰ্ড কোম্পানীৰ নাম উল্লেখ কৰিব পৰা হোৱা নাই।

# বনকোঁৱৰৰ কণ্ঠত

'সুৰ-নিজৰা'ৰ চাৰিটি গীত আনন্দি ৰাম দাসে টেনোলা ৰেকৰ্ড কোম্পানীত নিজে গাই ৰেকৰ্ড কৰিছিল। গীত কেইটি তলত দিয়া হ'ল –

১। মোৰ ঘুমটি ভাঙেহি কাৰ,
কণু-জুণু কণু-জুণু নূপুৰে,
হৃদি-নন্দন মুঞ্জৰে —
গুণ্-গুণ্ সুৰে অলি গুঞ্জৰে।
তাৰ তালে তালে উঠি ফুটি
বিশ্ব-আলোক ৰূপ-জ্যোতি
তাৰ, সুৰে সুৰে কত যুগ যুগান্তৰে
অখিল অৱনী ঘুৰে —
ৰণু জুণু নূপুৰে।

২। কোন সেই ৰূপহীৰ ঘাট অ' মইনা
কোন সেই ৰূপহীৰ ঘাট,
হাঁহি হাঁহি তই ৰূপকে চাই চাই
নিতৌ গা পখালে তাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।
তাত নিতৌ পহু চৰি থাকে অ' মইনা
খায় কুমলীয়া পাত
পাতে মইনা কুমলীয়া (২ বাৰ)
খায় কুমলীয়া পাত,
কিনো সুৰে ধৰি চৰাই চিৰিকটি
মাতে বিনন্দিয়া মাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।
তাই উটুৱায়ে দিয়ে দীঘল চুলি টাৰি
বুলায়ে লাৱণী হাত
হাতে মইনা লাৱণী (২ বাৰ)
বুলায়ে লাৱণী হাত,
সাঁতুৰি থাকোতে অজলা কোঁৱৰৰ
মেৰিয়াই ধৰিলে গাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।

৩। ফুলে মইনা কেতেকী টগৰে মালতী
গোন্ধতে মলে মলাই,
মনৰে পখিলী ৰঙতে উমলী
নাচি নাচি উৰি যায়।
আমৰে ডালতে মলৰে গোন্ধতে
কুলিটিয়ে কিনো গায়,
সি দূৰ সুদূৰৰ মৰমৰে বাণী
মনতে পেলাই যায়।
কিনো বলিয়া ৰ'দত ঘামি জামি
নাচি নাচি বীণে যায়,
তাক সপোনৰ সফুৰা হেপাহৰে কিবা
লাগে হিয়া উদঙায়।

৪। পৰ্বতৰ আজলী হৰিণী ঐ–
নামিবি নামি তই দেখি সেউজীয়া
ভৈয়ামৰ পথাৰলৈ !
নাহিবি নাহিবি তই
তোৰ, হিয়া জুৰণীয়া অ'ই –
থৈছে ব্যাধে জালতে বন্দিকৈ
নাহিবি চাই তই কান্দিবলৈ !
আহিলে সন্ধিয়া ঘোৰ
মনত কি লাগিব তোৰ
তই পৰ্বতৰে হিয়া ভাঙি থৈ আজলী
দিহিঙে দিপাঙে বিনাবি গৈ।

# বেজবৰুৱাৰ স্মৃতিত

১৯৩৮ চনতে লক্ষ্মীনাথ বেজবৰুৱাই ডিব্ৰুগড়ত ইহলীলা সম্বৰণ কৰে। বেজবৰুৱাৰ স্মৃতিত বহুতো কবিয়ে স্বৰচিত কবিতাৰে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছে। বনকোঁৱৰ আনন্দিৰাম দাসেও শোক সঙ্গীত ৰচনা কৰিছে। অসমীয়া সাহিত্যৰ সকলো দিশৰে পৰিপুষ্টি সাধন কৰিলে বেজবৰুৱাই। সাহিত্য আৰু সমাজ সম্পৰ্কীয় বেজবৰুৱাৰ

ৰচনা ৰাজিয়ে আসমীয়া সমাজৰ চুকে-কোণে পোহৰ পেলাইছে। দীৰ্ঘকাল ব্যাপি যদিও তেওঁ সুদূৰ সম্বলপুৰত আছিল তথাপি তেওঁৰ প্ৰাণটো সদায় লুইতৰ পাৰে পাৰে ঘূৰি ফুৰিছিল। য'তেই নেথাকক কিয় ওপজা ঠাই খন, শুৱলা-সুফলা গাওঁবোৰ আৰু সুৰীয়া মাতষাৰৰ কথা তেওঁ কেতিয়াও পাহৰিব পৰা নাছিল। যি ভাষা-ভাষীৰ মাজতে নেথাকক কিয় বেজবৰুৱাৰ মনটো আছিল হাড়ে-হিমজুৰে অসমীয়া। বেজবৰুৱাৰ এই অসমীয়া মনটোৰ কথা ভাবি, তেওঁৰ বিশাল অৱদান দেখি আনন্দি দাসৰ মনত অপাৰ আনন্দৰ খলকনি উঠিছিল। আনন্দি দাসৰ মতে লক্ষ্মীনাথ মাত্ৰ এটি নাম নহয়, তেওঁ দেশৰে লক্ষ্মী– ঘৰৰো লক্ষ্মী স্বৰূপ। অসমীয়া ভাষাৰ ভঁৰালতো তেখতকেই হাঁহি থকা দেখা যায় বুলি লিখিছে — ·

দেশৰো লখিমী ঘৰৰো লখিমী<br>
কোনে কয় "লক্ষ্মী" নাই<br>
ভাষা ভঁৰালতে চাবি অ' এবেলি<br>
পাবি হাঁহি থকা চায়।

সেইদৰে বঙ্গৰ সাহিত্য সেৱী শৰৎ চট্টোপাধ্যায়ৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিও আনন্দি দাসে কবিতা লিখিছে আৰু অসমীয়াক বঙালী জাতিৰ ওচৰ সম্বন্ধীয় একে ভাই-ভনী বুলি উল্লেখ কৰিছে। অৰ্থাৎ শৰৎ চট্টোপাধ্যায়ৰ মৃত্যুৰ বাতৰিয়ে কাষৰীয়া অসমীয়া ভাই-ভনী সকলকো সমানে ম্ৰিয়মান কৰি তুলিছে —

তোমাৰ বিয়োগ বাৰ্ত্তা শুনি<br>
একে বাই-ভনী "অসম-জননী"<br>
শোকত দহিছে হিয়াখনি।

# কিহৰ দুখীয়া হম

সকলো থাকিও কিয় আমাৰ একো নাইকিয়া হ'ল ? কিয় অতীজৰ মহান ঐতিহ্য ধূলিস্যাৎ হবলৈ ধৰিলে ? কিয় সোণৰ অসম জহি-খহি যাবলৈ ধৰিলে ? এনেবোৰ প্ৰশ্নই আনন্দি দাসৰ মনলৈ আনিছিল চিন্তাৰ জোৱাৰ। অসম কেশৰী অম্বিকাগিৰী ৰায় চৌধুৰী, অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ দৰে বনকোঁৱৰ আনন্দি দাসৰ মনতো চিন্তাৰ জুইকুৰা উমি উমি জ্বলি উঠিল। শংকৰ - মাধৱৰ দৰে মহাপুৰুষ আৰু বীৰ-বীৰাঙ্গনা সকলৰ মহিমাৰে মন্দিত অসমৰ কথা সোঁৱৰণ কৰি আনন্দি দাসৰ মন কেতিয়াবা আনন্দত ফুলি উঠে আৰু কেতিয়াবা ব্যথিত হয়। বিপদত মাত্ৰ ৰাম নাম লোৱাৰ দৰে অসমীয়াই

যদি বিশেষ পৰিস্থিতিৰ সন্মুখীন হলেহে মহাপুৰুষ সকলৰ তথা সাহিত্য-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল হব খোজে তেনেহলে তেনে শ্ৰদ্ধা হব ঘৰিয়ালৰ চকুপানী। অসমীয়া জনসাধাৰণে সকলো বস্তুৰে যাতে তৰল বিচাৰ নকৰি সৰল পদ্ধতিৰে বিচাৰ কৰিবলৈ যত্ন কৰে আৰু অযুক্তিকৰ ৰীতি-নীতি বাদ দিয়ে সেই কথাৰ প্ৰতিও বনকোঁৱৰে সচেতন কৰি দিছে। অন্ধ বিশ্বাস আৰু কু-সংস্কাৰৰ বিৰুদ্ধে শংকৰ দেৱে যুঁজ দি সোণৰ অসমৰ গঢ় দিছিল। বৈজ্ঞানিক যুক্তিৰে শংকৰদেৱে সমাজৰ কথা চিন্তা কৰিছিল আৰু ফলত গীত, নাটৰ জৰিয়তে অসমীয়া সাহিত্যৰ ভেটি নিৰ্মাণ হৈছিল। অসমত শিক্ষিতৰ সংখ্যা যিমানে বাঢ়িছে, আধুনিক প্ৰচাৰ যন্ত্ৰৰ প্ৰচলন, যান-বাহনৰ সুবিধা আদি যিদৰে হৈছে সেই অনুপাতে কিন্তু অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰ ঘটা নাই। আনপিনে নানা অসুবিধাৰ মাজতো জটিল কথাবোৰ মাতৃ ভাষাত লিখি শঙ্কৰদেৱে তেতিয়াই অসমত নৱ যুগৰ সৃষ্টি কৰিছিল। তেতিয়াৰ শংকৰী সমাজখন সঁচাকৈয়ে চেতনা সম্পন্ন আছিল। কিন্তু কেউ দিশেৰে চহকী, আত্মবলীয়ান অসমীয়াৰ মাজত পিছলৈ কুটিলতা, স্বাৰ্থপৰতাই বাহ ললে। প্ৰায় ভাগ মানুহ কেৱল বিষয় সুখতে মত্ত হৈ সম্পদ বিচৰাতে ব্যাকুল হৈ পৰিল। এনেচাম লোকৰ মনত অসম, অসমীয়া, অসমীয়া সাহিত্য, সংস্কৃতি, গীত, নাট, শংকৰ - মাধৱ আদিৰ কোনো কথাই কিঞ্চিতো ক্ৰিয়া নকৰে। 'সকলোৱে মৰক মোৰ পেটতো ভৰক' এয়াই হ'ল তেনেচাম লোকৰ মূল মন্ত্ৰ। কাৰো ক্ৰন্দন ধ্বনি তেওঁলোকৰ কৰ্ণত প্ৰবেশ নকৰে। ফলত ব্যক্তিগত ভাবে নানাজনৰ সম্পদ বৃদ্ধি হৈছে সঁচা কিন্তু এনে সম্পদে একোটা জাতিক চহকী নকৰে। জাতি চহকী হব জাতীয় সম্পদৰ উপযুক্ত সংৰক্ষণ আৰু প্ৰচাৰ আৰু প্ৰসাৰৰ লগে লগেহে। আনন্দি দাসে সকলো থাকিও একো নোহোৱা বুলি ভবা সকলক প্ৰেৰণা যোগাই কব খুজিছে যে অসমীয়াই যদি মহাপুৰুষ সকলে দি যোৱা আদৰ্শ অনুসৰণ কৰে, তেওঁলোকৰ অৱদানৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা প্ৰদৰ্শন কৰে আৰু অসমত বাস কৰা প্ৰতি জন অসমীয়া যদি একতাৰে বান্ধ খাব পাৰে তেতিয়া অসমীয়াৰ শত্ৰুও দূৰতে বিদূৰ হব –

বাজিব বাজিব অতীত গৌৰৱ অতীতৰে স্মৃতি বীণ।
পৰক লায়ে দি নেদেখাবি নহবি চেৰেলা ক্ষীণ।

## নন্দন

বনকোঁৱৰ আনন্দি ৰাম দাসৰ ৰচিত 'নন্দন' এখন বৃহৎ কলেবৰৰ গীতৰ পুথি। পুথিখন অপ্ৰকাশিত অৱস্থাতে আছে। নন্দন পুথিত সৰ্বমুঠ গীতৰ সংখ্যা ৩৩৪ টা। বিভিন্ন বিষয়ক লৈ লিখা গীতবোৰৰ বহু গীত অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ হৈছিল। ইয়াৰে কেইটিমান প্ৰকাশিত গীত, আলোচনী, বাতৰি কাকতৰ

নাম সহ উল্লেখ কৰা হ'ল –

১। অ' ফুল কেতেকী সোণে বৰণীয়া ( বিহুতলী, ১৯৫৫)

২। মই গাও এইখন সেউজীয়া পথাৰৰ (অসমীয়া)

৩। মোৰ জীৱনৰ যিকণি সেউজী (অসমীয়া, ১৯ নবেম্বৰ, ১৯৫৫)

৪। গাই যা হেৰ মাটিৰ বুকুত ( সমাজ, ১ ম বছৰ ২ য় সংখ্যা ১৫ নবেম্বৰ, ১৯৫৬ )।

৫। বা অ' বলিয়া জীয়া জীয়া সুৰেৰে (নতুন অসমীয়া, ৩ এপ্ৰিল, ১৯৫৬)।

৬। অ' বোলো সেউজীয়া সেউজীয়া পাতে পাতে (তান, ১ ম সংখ্যা)।

৭। আজি অ' আমাৰ কৌটিকলীয়া যাউতি যুগীয়া (অসমীয়া, ১৪ জানুৱাৰী, ১৯৫৮)।

৮। জননী মোৰ জন্মভূমি তুমি যে মোৰ প্ৰাণৰ শান্তি (জেউতি, ১৯৫১)।

৯। মোৰে আইৰ এইখন চম্পাৰে ফুলনি (দৈনিক অসমীয়া, ১৯৪০)।

১০। গঢ়িম স্বাধীন মোৰ নতুন অসম (নতুন অসম, ১৫ আগষ্ট, ১৯৪৭)।

১১।মোৰে অসমৰ. গানৰে মন্ত্ৰত (দৈনিক অসমীয়া, ১৯৪৭)।

১২। আই তোৰ কিনো যে শুৱলা মাত (দৈনিক অসমীয়া, ১৯৪০)।

১৩। অ' আমাৰ দেশৰ আকাশৰে জোন-বেলি তৰা অ' (অসমীয়া, ১৯৪৬)।

১৪। অ' আমাৰ পৃথিবীখন, বুকুৰ তেজেৰে ৰঙা (প্ৰবাহ, ১৯৫৫)।

১৫। ক্ষমা নাই আজি ক্ষমা নাই (জনতা, ২১ অক্টোবৰ, ১৯৫১)।

১৬। ধন্য হে তুমি পূণ্য হে তুমি তীৰ্থ অসম দেৱ লীলা ভূমি (জয়ন্তী)।

১৭) মহা আত্মা যাৰ সত্য সাম্য অহিংসাৰ (দৈনিক অসমীয়া)।

১৮। পিয়ালে সাম্যৰ ঢালি মৌয়ে জোল (সাদিনীয়া অসমীয়া, ২ অক্টোবৰ, ১৯৪৮)।

১৯। অসমৰ শুৱনী শিপিনী গাভৰু (দীপক, ১৩ এপ্ৰিল, ১৯৫৬)।

২০। আমিয়েই পৃথিবীৰ জেউতি চ'বাই যাম (অসমীয়া, ৪ জুন, ১৯৫৫)।

২১। আয়ে দিয়া অ' মোৰ চেনেহৰ বিহুৱান (জয়ন্তী, বিহু সংখ্যা, ১৯৫৫)।

২২। কিহে শুমে শুমাই কিহে চকু মেলি চাই মোৰ গোসাই ঐ (অসমীয়া, ১ জানুৱাৰী, ১৯৫৪)।

২৩। পৃথিবীৰে অ' পৃথিবীৰে পাতে পাতে অ' আমি দুপিঠিৰে (ছ'চিয়ে-লিষ্ট, ১৭ মে, ১৯৫৬)।

২৪। মোৰ যাবৰে অ' পৰতে শুনাবা কাণতে (ৰবদৈচিলা, ১৯৪৮)।

২৫। সোণৰে কলং মোৰ অ' ৰূপৰে কলং মোৰ (অসমীয়া, ১৩ এপ্ৰিল, ১৯৫২)।

২৬। মোৰে মৰমৰ সুৱাগী বহাগী আই (নতুন অসমীয়া, ১৩ এপ্ৰিল, ১৯৫৩)।

২৭। কৈ গ'লে চিনি কপালৰে ৰেখা (সাদিনীয়া অসমীয়া, ১৩ এপ্ৰিল, ১৯৫৬)।

২৮। অ' মোৰে মইনা মাতিলি কি অমাতৰে মাত (জয়ন্তী)।

২৯। হাতে চায়ে দিলোঁ হাতত সোণৰ খাৰু (ৰামধেনু, বিহু সংখ্যা, ১৯৫৫)।

৩০। এইখন লুইতৰ অ' পাৰতে এৰেলি (অসমীয়া, ১৯৫৫)।

৩১। অ' আজি ৰঙালী বিহুৰে দিন (অসমীয়া, ৩ ডিচেম্বৰ, ১৯৫৫)।

৩২। কৌটিকলীয়া অ' নিতৌ সেউজীয়া (নতুন অসমীয়া, বিহুসংখ্যা, ১৯৫৫)।

৩৩। অ' গছে কৰ সুধিলে পাতে কৰ সুধিলে (অসমীয়া, ৩ ডিচেম্বৰ, ১৯৫৫)।

৩৪। ফুল ফুল ফুল অ' ফুল ফুল ফুল (অসমীয়া,১৪ জানুৱাৰী, ১৯৫৬)।

৩৫। অ' কান্দি কান্দি ধাকুৰি গাও - ভুই উজাবি (সাদিনীয়া অসমীয়া, ১১ আগষ্ট, ১৯৫৬)।

৩৬। মোৰ জীৱনৰ এটি সপোনৰ সৌৰৱণি বুকুৰ (জয়ন্তী)।

৩৭। শান্ত মোৰ হৃদয়ৰ তুমিয়ে তুলিলা সুৰ (দিগন্ত)।

৩৮। মোৰ তুমিও নুবুজা হিয়াৰ কবিতা (দীপশিখা)।

# অকণিৰ গীত

আনন্দি দাসে শিশুহঁতৰ কাৰণেও গীত-কবিতা ৰচনা কৰিছে। ১৯৫৪ চনৰ ৪ জুলাইৰ দিনা আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ দেওবৰীয়া চ'ৰাৰ অকণি মেল যোগে প্ৰচাৰিত আনন্দি দাস ৰচিত এটি অকণি গীতৰ অংশ এনেধৰণৰ—

আমিয়েই লিখি যাম আমাৰেই অধিকাৰ
ইতিহাস শতিকাৰ কৰি আহৰণ
আমিয়েই গাই যাম আমিয়েই শুনি যাম
জীৱনৰ জয়গান তুলি আলোড়ন।

'বুৰঞ্জীয়ে বুকুলৈ মাতে' নামৰ লিখা অকণিৰ গীত এটিও অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰিত হৈছিল।

আমি স্বাধীন ভাৰতৰ স্বাধীন অসমৰ
স্বাধীন অকণিৰ দল ;
বৰঞ্জীয়ে মাতে বুকুলৈ বিড়িয়াই

"আহা দেখুৱাই দুবাহুৰ বল
অ' মোৰ বীৰ অকণিৰ দল।"

নন্দনত সন্নিবিষ্ট এনেধৰণৰ দুই চাৰিটা অকণি গীতৰ জৰিয়তে শিশু সকলক দেশৰ বুৰঞ্জীৰ কথা, জ্ঞান-বিজ্ঞানৰ কথা কোৱা হৈছে। আন এটি ধাইনাম সুৰীয়া গীতো পুথিখনিত আছে। গীতটিক ধাইনাম বা নিচুকণি গীত বুলি কব পাৰি। শিশু সকলক শুৱাই থবলৈ বুঢ়ী আইতাই যিদৰে গীত গায় তেনে গীতেই এয়া—

ফুলৰ কুমলীয়া পাহি অ' মইনা
ডালৰ কুমলীয়া পাত,
পাতৰে আঁৰতে বোপাদেউৰ গাতে
বুলাই গ'ল কোনেনো হাত লাহেকৈ
বুলাই গ'ল কোনেনো হাত।

সোণৰ পালেঙতে ঘুমটি নাহিলে
লাগিল কি ৰাইজাই গাত বোপাইদেউৰ
লাগিল কি ৰাইজাই গাত।

# শ্বহীদ স্মৃতিত

১৯৬০ চনত অসমত অসমীয়া ভাষা আন্দোলন আৰম্ভ হ'ল। অসমীয়া ভাষাৰ প্ৰাপ্য আসন লাভৰ দাবীত অসমৰ ছাত্ৰ সমাজ, শিক্ষক আৰু সমূহ ৰাইজ আন্দোলনত নামি পৰিল। অসমীয়া ভাষাৰ নায্য অধিকাৰৰ হকে ৰঞ্জিত বৰপূজাৰীয়েও মাত নমতাকৈ থকা নাছিল। বৰপূজাৰী তেতিয়া কটন কলেজৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ। সিদিনা ১৯৬০ চনৰ ৪ জুলাই। পুলিচৰ গুলিত ৰঞ্জিত বৰপূজাৰীৰ দেহ তেজেৰে ৰাঙলী হৈ মাটিত বাগৰি পৰিল। ৰঞ্জিত বৰপূজাৰী ভাষা আন্দোলনৰ প্ৰথম শ্বহীদ হ'ল। তেখেতৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই আনন্দি দাসে নন্দন পুথিত লিখিছে—

ৰাখিব লাগিব সবে বন্তি জ্বলাই হিয়াৰ,
প্ৰথম শ্বহীদ বীৰ ৰঞ্জিতৰ সোঁৱৰণি –
জাগি উঠা আজি এই একতাৰ মন্ত্ৰবাণী।

সেইদৰে ১৯৬০ চনৰ ৮ জুলাই তাৰিখে অসমীয়া ভাষা আন্দোলনৰ সম্পৰ্কত বঙ্গদেশৰ শিলিগুৰিত দ্বিতীয় শ্বহীদ হ'ল উদীয়মান তৰুণ কৃতী শিল্পী, সুঅভিনেতা,

গীতিকাৰ, নাট্যকাৰ আৰু বেল বিভাগৰ উচ্চ বিষয়া সূৰ্য্য বৰা। সূৰ্য্য বৰা আছিল আনন্দি দাসৰ ভাতৃ তুল্য। তেখেতৰ সোঁৱৰণত আনন্দি দাসে নন্দনত লিখিছে —

সেই তেজ প্ৰতিভাৰ সূৰ্য্য বৰাৰ হিয়াৰ
ভাষাৰ বেদিত পুবাৰ সূৰ্য্য হৈ ৰ'ল –
হ'ল কোটি কোটি অসমৰ অৰুণ তৰুণৰ
প্ৰাণৰ প্ৰেৰণা হ'ল।

# অসম সাহিত্য সভাত

অসমৰ বুকুতে জনম লাভ কৰি, এই মাটিতে উমলি-জামলি লালিত-পালিত হোৱা প্ৰতিজন অসমীয়াৰে জননী জন্ম ভূমি অসমীৰ প্ৰতি আন্তৰিক সেৱা আগবঢ়োৱা অতীৱ প্ৰয়োজন। এই সেৱা নানা ভাৱে নানা দিশেৰে হ'ব পাৰে। অসমীয়া জাতি কেতিয়াও দুৰ্বল নাছিল। অসমীয়া জাতিৰ শৌৰ্য-বীৰ্যৰ গৌৰৱময় কথা-কাহিনী বুৰঞ্জীৰ পাতত সোণালী আখৰেৰে লিখা আছে। গতিকে মাতৃৰ বুকুত যদি শত্ৰুৰ পদধ্বনি উঠে ; সেই শত্ৰুৰ সমদলক বাধা দি মাতৃৰ দুখ মোচন কৰিবলৈ সকলো অসমীয়া ঐক্যবদ্ধ হব লাগে বুলি বনকোঁৱৰে সকিয়াই দিছে। নহলে যে দেশৰ বুকুত অঘটন ঘটিব। এনেধৰণৰ বিষয়লৈ আনন্দি দাসে ভালেমান গীত নন্দন পুথিত লিখিছে। আনন্দি দাসৰ ৰচিত দুটি গীত ১৯৫৫ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুৰ্ব্বিংশে অধিবেশনত আৰম্ভণী গীত ৰূপে গোৱা হৈছিল। ১৯৫৫ চনৰ ২৭ ডিচেম্বৰ তাৰিখে গোৱা দুয়োটা গীতৰ উল্লেখ কৰা হ'ল –

গাই যা হেৰ মাটিৰ বুকুত
জীৱনৰ জয়গান ;
মান-অভিমান দে বলিদান
ল শিৰ পাতি অপবাদ অপমান !
নাই আলোচনা সমালোচনা
নেপাতিবি তালৈ কান ;
লক্ষ্য যে তোৰ কৰিব ভ্ৰষ্ট
হব পণ্ড অভিযান।
তোৰ দি যা অ' বুকুৰ তেজেৰে
আছে মানে অৱদান।

মৰিলে টুকিব মাটিৰ মানুহে
চকুলো এটুপি মান।
এই মাটিতেই জনম যে তোৰ
নাই একো ব্যৱধান ;
ঢালিব লাগিব জীৱনৰ ৰঙা
পৰিমল মৃদু ঘ্ৰাণ
সাৱধান সাৱধান।

এই গীতটি ১৯৫৬ চনৰ ১৫ নৱেম্বৰ তাৰিখৰ প্ৰথম বছৰ দ্বিতীয় সংখ্যা "সমাজ"ত প্ৰকাশ হৈছিল। তলত উল্লেখিত দ্বিতীয় গীতটোও ১৯৪০ চনৰ 'দৈনিক অসময়ী' কাকতত প্ৰকাশ হৈছিল—

আই তোৰ কিনো যে শুৱলা মাত
কিনো যে শুৱলা মাত,
শিকালি মাতিব ঢালি দি অমিয়া
হিয়া মোৰ কৰিলি শাঁত —
কিনো যে শুৱলা মাত।
কিনো পিয়াহৰ পানী –
হৰিলি মাততে ফটিকৰে ধাৰ
সৰগৰ নিজৰা আনি,
নাই গাত তত্ বেলি দুপৰীয়া
হৰিলি ভোকৰো ভাত -
কিনো যে শুৱলা মাত।
অ' মোৰ পৃথিৱীৰ প্ৰথমৰ
অসমৰ শুৱলা মাত -
সাতে সেৱা কৰি মাতো সাদৰি
তোৰেনো শিকোৱা মাত -
পাওঁ জীৱনৰে সকলো শান্তি
বিশ্বৰ শকতি গাত –
কিনো যে শুৱলা মাত।

# বিভিন্ন বিষয়ক গীত

নন্দন গীতৰ পুথিত বিভিন্ন বিষয়ৰ গীত সন্নিবিষ্ট হৈছে। সাহিত্যিক শৰৎ চট্টোপাধ্যায়ৰ স্মৃতিত শ্ৰদ্ধা জ্ঞাপন কৰি সুৰ-নিজৰা গীতৰ পুথিত গীত ৰচনা কৰাৰ দৰে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই আনন্দি দাসে গীত লিখিছে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ যি বিশাল সৃষ্টি তাৰ মাজতে তেখেত সদায় অমৰ হৈ থাকিব। ৰবীন্দ্ৰনাথ ঠাকুৰক বনকোঁৱৰে প্ৰেম মন্ত্ৰৰ ঋষি হিচাপে বৰ্ণাই কৈছে যে ৰবীন্দ্ৰনাথ হৈছে ভাৰতকাশৰ উজ্জ্বল ৰবি।

১৯৫৭ চনৰ ১১ জুলাই তাৰিখে গুৱাহাটীত অনুষ্ঠিত ঈদ্ মজলিছ্ উপলক্ষে আনন্দি দাসে লিখা গীত নন্দনত পোৱা যায়। গীতটিৰ জৰিয়তে তেখেতে ইছলাম ধৰ্মৰ প্ৰতি শ্ৰদ্ধা প্ৰকাশ কৰিছে। হজৰত ইব্ৰাহিমৰ প্ৰতিও ভক্তি দেখুৱাইছে। স্নেহৰ পুত্ৰ ইছমাইলক নিজ হাতেৰে কোৰবান কৰা আৰু আল্লাৰ আদেশত কোৰবাণীৰ সলনি দোম্বা এটি দেখা, পুত্ৰই হাঁহি মাৰি পিতৃক মাত দিয়া আদি কথাৰ নিখুঁত বৰ্ণনা কৰি গীতটিৰ প্ৰথমতে লিখিছে –

মুগ্ধ কৰিলে যাৰ কোৰবাণীয়ে ছাৰা দুনীয়া কপাই ;

ঈদ্ মোবাৰক আদি ঈদ্ মোবাৰক্ জয় গীত গোৱা তাৰ ভাই !

১৯৫৫ চনৰ ২০ মাৰ্চ তাৰিখে অসম চৰকাৰে শ্বিলং আৰু গুৱাহাটীত "তাত সপ্তাহ" পালন কৰিছিল। দুয়োটি অধিবেশনতে গোৱা আৰম্ভণী গীতৰ ৰচক আছিল আনন্দি দাস। গীতটিৰ জৰিয়তে অসমৰ শুৱনী শিপিনী সকলৰ গৌৰৱ কথা প্ৰকাশিত হৈছে। শিপিনী গাভৰু সকলে ফুল বছা কাপোৰত এদিন কাহিনী ৰচিব পাৰিছিল। পাট-মেজেঙ্কৰী জিলিকি উঠিছিল। ঘৰে ঘৰে তাঁত শালত মৰা মাকোৰ খট্ খট্ শব্দই বিহুৰ বতৰা কঢ়িয়াই আনিছিল। বুঢ়ী আয়ে পাজি কাটি নিজেও পিন্ধিছিল আৰু আনকো পিন্ধাইছিল। চেনহৰে বোৱা চেলংখনি হৈছিল যেন বগলী পাখি যেন বগা। ঘৰে ঘৰে এড়ি মুগা - পাটৰ কাপোৰ বৈ জীয়ৰী-বোৱাৰী সকলে জীৱিকা নিৰ্ব্বাহ কৰিছিল। বোৱন-কাটন আৰু তেনে আন সকলো কাম কৰিব পৰা শক্তি এদিন অসমীয়াৰ আছিল। সেই শক্তি অসমীয়াই পুনৰ সঞ্চয় কৰিব পাৰিলেহে অসমীয়া জাতিৰ বিজয় ধ্বজা উৰিব বুলি আনন্দি দাসে গীতৰ শেষত লিখিছে –

আজিও পিন্ধাৰ মুগাৰে চুৰিয়া, যদিও জুপুৰি পঁজা ;

আয়ে বৈয়ে দিয়া বিহুৱানখনি, হব বিজয়ৰে ধ্বজা।

বনকোঁৱৰে নন্দনত কেইটিমান ধেমেলীয়া গীতো লিখিছে। অৱশ্যে কেৱল ধেমালি কৰাৰ কাৰণেই তেওঁ তেনেগীত লিখা নাই। অসমীয়া জাতিক তেওঁ দুই এটি সৰু কথাৰেও সচেতন কৰিব খুজিছে। অসমৰ মাটিত নানা ধৰণৰ ফলৰ গছ জন্মে আৰু সেইবোৰৰ ব্যৱসায় কৰি মানুহে ধন উপাৰ্জন কৰে। ফলৰ ভিতৰত সুখাদ্য কলৰ কথা বহলাই কোৱাৰ প্ৰয়োজন নাই যদিও আনন্দি দাসে কলৰ বিষয়ে গীত লিখিব লগা হৈছিল। কলৰ ভিতৰত আকৌ ভীমকল দেখাত বেছ ডাঙৰ আৰু সেয়ে হবলা এইবিধ কলৰ নামো ভীম কল ৰখা হৈছে। অৱশ্যে দেখাত ডাঙৰ হলেও মালভোগ, মনোহৰ আদি কলৰ দৰে ভীমকলে আদৰ নেপায়। মানুহে বজাৰত ভীমকলতকৈ মালভোগ, মনোহৰতহে প্ৰথমে চকু পেলায় অথচ ভীমকল হৈছে শক্তিদায়ক ফল। ভীমকল খালে পেটৰ ভোকো বহু পৰিমানে কমে। সেয়েহে এইবিধ কলৰ প্ৰতি যাতে কোনোৱে অনাদৰ নকৰে তাকেই বনকোঁৱৰে আশা কৰিছে আৰু ভীমকলক শান্তনা দিছে এইদৰে—

ভীমকল ভীমকল

তই মোৰ বাহুবল

তোকে খাই বোপা -আতা

অজড় অমৰ হ'ল –

ভীমকল অ' ভীমকল।

# বনকোঁৱৰৰ শঙ্কা

১৯৫৩ চনৰ ফেব্ৰুৱাৰীৰ প্ৰথম সপ্তাহত বনকোঁৱৰ নবীয়াত পৰিল। এফালে আৰ্থিক দুৰৱস্থা আৰু আনফালে তেখেতৰ চিকিৎসাৰ চিন্তা। আনন্দি দাসৰ ৰুগ্নদেহ ভাঙি পৰিবলৈ ধৰিলে। অসুস্থতাৰে আমন-জিমনকৈ থাকি কেতিয়াবা তেওঁ এনেদৰে সংঘাটময় জীৱন যাপন কৰি থকাতকৈ মৃত্যুকে শ্ৰেয় বুলি ভাবি লয়। কিন্তু তিনি মাহৰ পিছত তেওঁৰ নবীয়া ভাল হয়। নবীয়া পাটিত পৰি থকা অৱস্থাত তেওঁ হয়তো আৰোগ্য লাভ কৰিব বুলি ভবাই নাছিল। সংসাৰৰ জ্বালা -যন্ত্ৰণাই দেই পুৰি মৰা আনন্দি দাসৰ মনে সেয়ে হবলা সকলো ত্যাগ কৰিছিল। আৰোগ্য লাভ কৰি পুণৰ তেওঁ সুৰ-নিজৰাত উটি ভাহি ফুৰিব লগা হ'ল। অসম বননীৰ বনবীয়া বিবিধ চৰাই, বিধে বিধে গছ-লতা

আৰু সুগন্ধি ফুল-পাতৰ মোহনীয়া ৰূপে, নৈ জান-জুৰিৰ কুল্ কুল্ কৈ বৈ যোৱা নির্মল পানীৰ সুৰ-ধ্বনীয়ে বনকোঁৱৰক আকৌ মাতিলে বনগীত ৰচিবলৈ-সুৰ দিবলৈ-গাবলৈ! এপিনে সংসাৰৰ নিদাঘৰ দহনত দগ্ধ জীৱন আৰু আন পিনে বনৰীয়া সুৰত মগন! বনকোঁৱৰ আনন্দি দাসে নিজৰ নিৰানন্দ জীৱনৰ মাজত কেনেকৈ আনন্দ উপভোগ কৰিব পাৰে? সেয়া সম্ভৱ নহয় যদিও তেওঁ গীত লিখে আৰু গায়। সকলো যন্ত্ৰনাৰ বোজা তেওঁ কান্ধত তুলি সুন্দৰৰ একা-বেকা পথেৰে গৈ থাকে। গানৰ পখীটি উৰি আহি আনন্দিৰ মুৰতে পৰে। আনন্দিৰ প্ৰাণত আকৌ নতুন সুৰ বাজিবলৈ ধৰে। কিন্তু তেওঁ বুটলি ৰখা সুৰবোৰ ক'ত কিদৰে ৰাখিব সেয়াও তেওঁৰ চিন্তা। সুৰ-সাগৰত পোৱা মানিক-মুকুতাবোৰ তেওঁ বুটলি থয় কিন্তু সেইবোৰ পিছত কি হ'ব? সযতনে কোনোবাই ৰাখিবনে? আনন্দি দাসে এনেদৰে শঙ্কা নকৰাকৈ থকা নাছিল। তেখেতৰ এনে শঙ্কাৰ প্ৰকাশ হৈছে নন্দন পুথিৰ এটি গীতত। আৰোগ্য লাভ কৰি ১৯৫৩ চনৰ ২৯ এপ্ৰিল তাৰিখে লিখা সেই গীতটি –

কিয় আকৌ পৰিলি এৰি যোৱা ডালত
গানৰ পখীটি মোৰ;
শুকান পাতত সেউজী ঢালিলি
প্ৰাণৰ সুৰেৰে তোৰ?
কোনেনো শুনিব সুৰ হিয়া ভৰি
উৰি গ'ল বুলি পেলালে পাহৰি
কোনেনো বুটলি লবহি দুৰবীৰ
চকুলো মুকুতা বোৰ?
নেলাগে বিলাৰ হিয়াৰ সুৰভি
ভাবেৰে ঢাকিব পুৰাৰ পুৰবী
যদিও জেউতি ঢালিছে উজলি
জাগে মোৰ শঙ্কা ঘোৰ।

বনকোঁৱৰ আনন্দি দাসে মাটিৰ পৃথিৱীত এটি সৰুপঁজা ঘৰ সজাৰ মানস কৰিছিল, পিছে তেওঁৰ ঘৰটি প্ৰকৃতিয়ে ভাঙিব নোখোজে; ভাঙে মানুহে। তেখেতে পঁজাটিত আশাৰ বন্তি জ্বলাইছিল, পিছে কাল ধুমুহাই সেই বন্তি নুমোৱাৰ পূৰ্বে মানুহৰ মন ধুমুহাই নুমাব খোজে। ইয়াকে দেখি তেওঁৰ মন-প্ৰাণ দুখ-শোকত জৰ্জৰিত হৈছে। আৰু – যিটিকে 'মোৰ' বুলি মৰমেৰে, হেপাহেৰে আকোৱালী লব খোজে; সিটিয়েই তেওঁৰ বুকুত মৰকামোৰ মাৰে। কেতিয়াবা শৈশৱৰ মধুৰ স্মৃতি ৰোমন্থন কৰে কিন্তু সেই সোণালী দিনৰ সোণালী বৰবোৰ বনকোঁৱৰৰ জেনাৰ মাজত ক'ত'ণ ৰূপ লয়। শৈশৱৰ

সেই নিভাঁজ ভাব পিছলৈ একা -বেকা হয়। কৈশবৰ ফুলপাহ যেন কোমল হাঁহি জীৱনৰ ভৰ দুপৰীয়া ম্লান পৰি যায়। সেয়ে বেদনাৰে ভাৰাক্রান্ত হৈ উঠা দুঃখময় জীৱনটো মাটিতেই মিলাই দিব খোজে। নন্দনৰ আন এটি গীতৰ জৰিয়তে তেওঁ তাকেই কব বিচাৰিছে –

(সখি) নিদিবা সেই ল'ৰালিৰ
ভাঙি যোৱা খেমালিৰ
সোঁৱৰাই স্মৃতি অতীতৰ ;
পাম, মাটি হ'ই মাটিতেই
পৰশ প্রেমৰ সেই
(মোৰ) শেষ হ'লে কন্দা জীৱনৰ।

# টোকাৰী গীত

বনকোঁৱৰ আনন্দি ৰাম দাসে নন্দন পুথিত কেইটিমান টোকাৰী গীত সন্নিবিষ্ট কৰিছে। মানুহৰ জীৱন কেনে ক্ষণস্থায়ী অথচ যন্ত্রণাদায়ক সেই কথা টোকাৰী গীতত কোৱা হৈছে। মানুহে সুখৰ সপোন দেখে আৰু সেইমতে সংসাৰ গঢ়িব খোজে। ৰঙেৰে ঘৰ সাজে কিন্তু সেই ৰংঘৰ ক'ৰবাৰ পৰা হুহুকৈ বলি অহা ধুমুহাই ভাঙি পেলায়। ৰংঘৰৰ সন্মুখত হেপাহেৰে শুৱনী ফুলনীবাৰী সাজে কিন্তু তাতো লুকাই থাকে কাল অজগৰ। লুইতৰ পাৰৰ মনোৰম পঁজা ঘৰবোৰ কেতিয়াবা আকৌ ভৰ বাৰিষাৰ প্রবল সোঁতে উটুৱাই লৈ যায়। কোনোৱে আকৌ কাল এন্ধাৰত হাঁহিছে আৰু আন কোনোৱে হয়তো ফৰিংফুটা জোনাকত হিয়া ভকুৱাই কান্দিছে। এন্ধাৰ আৰু পোহৰৰ মাজত অহৰহ যুঁজ চলিয়েই আছে। এন্ধাৰৰ সুযোগলৈ মানুহৰূপী দৈত্যবোৰে নিজ কামণা - বাসনা চৰিতাৰ্থ হেতু সমদল কৰি ওলাই আহে। এদিন মানুহে বনৰীয়া হিংস্র-জানোৱাৰক ভয় কৰি দুৱাৰ খিৰিকী জপাই গৃহতে সময়ে সময়ে আবদ্ধ হৈ থাকিব লগীয়া হৈছিল যদিও তেনে ভয় লাহে লাহে আতৰিবলৈ ধৰিলে। এতিয়া কিন্তু মানুহে প্রধানতঃ ভয় কৰে মানুহক। মানুহে মানুহৰ ভয়ত পলাব লগীয়া হৈছে। মানুহে মানুহক হানি - খুচি; কাটি-মাৰি নৰ ৰক্তৰে হাত ৰঞ্জিত কৰিছে। মানুহে মানুহৰ মুখতে নাহৰফুটুকীৰ ঘ্রাণ পাইছে আৰু মানুহৰ আক্রমনৰ পৰা ৰক্ষা পাবলৈ মানুহ যেনি-তেনি দৌৰি পলাইছে। আনন্দি দাসে এইচাম মানুহৰ দুখ-বেজাৰ, হা- হমুনিয়াহবোৰকে টোকাৰী গীতত প্রকাশ কৰিছে –

মানুহ দেখি মাৰ তই ল'বে অ' বলিয়া –
মানুহ দেখি মাৰ তই ল'ব
কোনে তোৰ কলিজা কামুৰি খাবলৈ
বুকু চাই মাৰিলে শৰ অ' বলিয়া—
মানুহ দেখি মাৰ তই ল'ব ।

মানুহৰ প্ৰকৃত স্বৰূপ এদিন নহয় এদিন ওলাই পৰে। পশুতুল্য মানুহে গাত নামাৱলী মেৰিয়াই সাধুবেশ ধাৰণ কৰিলেও কিছুদিন পিছত তেওঁলোকৰ মুখবোৰ খহি পৰে। নানা ছল-ছক্ৰান্ত, ধগ-প্ৰবঞ্চনাৰে ভৰপুৰ সমাজখন দেখি আনন্দি দাসৰ গা-মন কেতিয়াবা ভয়ত শিয়ৰী উঠে। জীৱিত অৱস্থাত যি সকললোকে অকণ মৰম-স্নেহ, সহায়-সহানুভূতিৰ অভাৱত লেই-লেই, হেই-হেই অৱস্থাত পৰি থাকে , ভাত-কাপোৰৰ অভাৱত চকুৰ পানীৰে নেদেখা হয় ; চিকিৎসাৰ অভাৱত তিল-তিলকৈ মৃত্যু-যন্ত্ৰনাত, চাতি-ফুটি কৰে ; সেই সকল ব্যক্তিৰ মৃত্যুৰ পিছত, তেখেত সকলৰ গুণ বৰ্ণাই শোকত অশ্ৰু-অঞ্জলী যচা লোকৰ মুখবোৰো আনন্দি দাসে ভালদৰে চিনি পায়। নহলেনো এইদৰে টোকাৰী গীত লিখেনে?

অ' বোলা বৈ যা-বৈ যা–
"আহক বাৰিষা কাটকে পাত
বৈ যা ভিনিহী খাই যা ভাত।"
পোৱায়েই পালে নোপোৱা মৰিলে
তলে তলে এন্দুৰৰ গাঁত ;
তেতিয়াও হব নিজৌ একাদশী
পেটুৱাৰে হব ৰাজপাট !
কেলেই বোৱালা শান্তিৰে নিজৰা
পিছল্ বাৰিৱাৰে বাট ;
পাতিছা যিখনি ভুবাৰে ভাওনা
হাঁহোতে দেখিছোঁ দাঁত।
কি হব কৰিলে মৰা শ শুচি
ছটিয়াই শান্তি গাত ;
পালো চিনি পালো নেলাগে বুলাব
গাত মৰমেৰে হাত।

যুৱক সমাজৰ প্ৰতিও বনকোঁৱৰে চোকা দৃষ্টি নিক্ষেপ কৰিছে। পথভ্ৰষ্ট যুৱক সকলৰ কথা তেখেতে টোকাৰী গীতত বৰ্ণাইছে। ধূলিৰ ধৰাত কেৱল ধূলিৰ খেলা কৰা জীৱন ৰহস্যইয়ে টোকাৰী গীতত স্থান লাভ কৰিছে এনে নহয়, সমাজত এচাম গা ঘেলাই ফুৰা ডেকা লৰাৰ কীৰ্ত্তিও প্ৰকাশিত হৈছে। সমাজত এনে বহু ডেকা ল'ৰা আছে, যি সকলে নিজে কি কৰিছে নেজানে, ঘৰখনৰ কথা, পিতৃ-মাতৃৰ কথা ভৱাৰ প্ৰয়োজন বোধ নকৰে। পিতৃৰ তাকৰীয়া উপাৰ্জনৰ কথা নেভাবি কোনো কোনো পুত্ৰই অলাগতিয়াল ভাবে অধিক অৰ্থ ব্যয় কৰি পিতৃ-মাতৃক হায়ৰাণ কৰি আছে। এনেদৰে কেৱল চখ মিতাবলৈ অৰ্থ ব্যয় কৰোতা সকলৰ প্ৰতি ভেঙুচালি কৰি লিখা– "মাকেনো মৰিছে খুদ-কন চোবায়ে পুতেক বিলাতলৈ যায় মোৰ গোসাঁই ঐ" – এনে ধৰণৰ টোকাৰী গীতবোৰ মানুহৰ মাজত ভালদৰে জনপ্ৰিয় হৈছিল। ইয়াৰোপৰি 'ৰঙতে বান্ধিলি ঘৰে তই মইনা ঐ,' কিহে শুমে শুমাই কিহে চকু মেলি চাই মোৰ গোসাঁই ঐ,' 'অ' শুক কৈছিলা ৰাইজে', 'হেঃহে হেহ অ' বলিয়া এন্ধাৰতে হাঁহিলি তই', 'ৰঙাকৈ ফুলৰে পাহি মোৰ শুক ঐ' আৰু 'জনম সেন্দুৰীয়া আমে মোৰ শুক ঐ' আদি টোকাৰী গীতবোৰো আছিল অতি আদৰৰ। প্ৰবীণ শিল্পী শ্ৰীঅৰুণ বৰ্মনে ইয়াৰে কেইটিমান গাই প্ৰচাৰ কৰাৰ উপৰি ৰেকৰ্ডো কৰিছিল।

## ড° ভূপেন হাজৰিকাৰ কণ্ঠত

নন্দন গীতৰ পুথিৰ তিনিটি গীত ড° ভূপেন হাজৰিকাৰ কণ্ঠেৰে চেনোলা ৰেকৰ্ড কোম্পানীত ৰেকৰ্ড কৰা হৈছিল। গীত তিনিটিৰ ভাব, ভাষা আৰু সুৰে সুধা কণ্ঠ শিল্পী গৰাকীৰ কণ্ঠেৰে নিগৰি আহি সকলো শ্ৰোতা তথা অসমীয়া ৰাইজৰ তনু মন আনন্দত আপ্লুত কৰিছিল। সেই গীত কেইটি তলত উল্লেখ কৰা হ'ল আৰু লগতে 'সুৰ-নিজৰা' গীতৰ পুথিৰ এটি গীতো ড° ভূপেন হাজৰিকাৰ কণ্ঠত চেনোলা ৰেকৰ্ড কোম্পানীত ৰেকৰ্ড কৰা হৈছিল ; গতিকে সেই গীতটিও প্ৰকাশ কৰা হ'ল ক্ৰমে চতুৰ্থ নম্বৰত।

১। স্মৃতিৰ বুকুত থৈ যাম মোৰ
প্ৰীতিৰ ৰঙা ৰঙ লেখা
গাব, জনম জীৱনৰ ডালে ডালে
কণ্ঠ সুৰদি বিহগী উষা।
দুখৰ এন্ধাৰ আহিব নিদিম

জোনৰ হিৰণ কিৰণ ঢালিম
মৰতত ইন্দ্ৰ সভা পাতিম
জ্বালি দীপাগ্নি মন্ত্ৰ শিখা
সৰগৰ নন্দন শূন্য কৰিম
স্মৃতিৰ বুকুত গন্ধ আনিম
আপোন সুৰেৰে জগত জিনিম
সঞ্জীৱনী মোৰ মাতৃ ভাষা।

২। মোৰ ওৰে জীৱন কৰি জলা-কলা
কিনো ভঙ্গিমাৰে ৰূপ গৰিমাৰে
মোৰ দুচকুতে এটি নাচোনৰে
তুমি নাচি গ'লা।
অ' মোৰ বুকুৰে জ্বলা পোৰণিৰে
(তুলি) বীণত কি যন্ত্ৰ ৰাগিণীৰে
বিশ্বখনিৰ বিজুলিৰে
পিন্ধি আহিছিলা
কিনো ভঙ্গিমাৰে··।
কিনো চকুযুৰি সেই হৰিণীৰে
হিয়া গুৰুনী সোনৰ কলচিৰে
অ' মোৰ মুখনি কল্পনা-সুন্দৰীৰে
কোন দেৱ বালা
কিনো ভঙ্গিমাৰে.......!

৩। অ' বান্ধ, মৰোঁ যেনে লাগে তাত
লুইতৰ গুৰুনী ৰূপহী মাজুলী
মৰোঁ যেনে লাগে তাত দুপৰীয়া
ৰই যা হেৰ ক'ৰে নাৱৰীয়া
খাই যা এমুঠি ভাত দুপৰীয়া

মৰোঁ যেনে লাগে তাত।
পৰ্বতৰ গুৱনী টিং ৰিণি ৰিণি
নিজানৰ নিৰলা ঘাট ;
দূৰৈৰ গুৱনী গাওঁ অচিনাকি
চেনেহৰ এধাৰি মাত দুপৰীয়া
মৰোঁ যেনে লাগে তাত।

৪। তুমিয়ে গোৱালা প্ৰিয়া গান—
তুমিয়ে শিকালা প্ৰিয়া
কৰি মোক মতলীয়া
ব্যথা ভৰা যত পৰাণৰ তান !
তুমিয়েই দেখুৱাই মধুৰ সপোন
হে চিৰ পৰিচিতা, চিৰ আপোন
গ'লা কিয় পাহৰি
তুলি প্ৰেম লহৰী
হৃদয় যমুনা বোৱাই উজান !
মোক, তুমিয়ে বোৱালা যত
বেদনাৰ ভাৰ,
যাচি শত বাসনাৰ
মধু উপহাৰ—
আজতো নোৱাৰা মোক গোৱাব গান
হলে মোৰ জীৱনৰ চিৰ অবসান !

## 'নন্দন' ৰ ৰেকৰ্ড

বিৰহী আৰু সু-নিজৰা গীতৰ পুথিৰ অনেক গীত ৰেকৰ্ড হোৱাৰ দৰে 'নন্দন' গীতৰ পুথিৰো বহুগীত ৰেকৰ্ড কৰা হৈছিল। ৰেকৰ্ড হোৱা প্ৰথম শাৰী, গায়ক আৰু ৰেকৰ্ড কোম্পানীৰ নাম উল্লেখ কৰা হ'ল—

১। 'ধুলি হৈ চুমি ৰ'ম মই চৰণ তোমাৰ সুকোমল' (গ্ৰামোফোন)
২। 'চেনাইলৈ মনত ঘনে ঘনে পৰে'– হিৰন্ময়ী ৰবা (চেনোলা)
৩। 'চোৱা মেলি দেৱতা নয়ন তোমাৰ' (গ্ৰামোফোন)
৪। 'তুমি নুশুনা গানৰ শুনালা অমিয়া সুৰ'– (গ্ৰামোফোন)
৫। 'লুইতৰ বুকুৰে অ' ধৌকি বাথৌ'– (চেনোলা)
৬। 'জনম সেন্দুৰীয়া আমে মোৰ গুৰু ঐ'– (গ্ৰামোফোন)
৭। 'মোৰে আইৰ এইখন চম্পাৰে ফুলনি'– (গ্ৰামোফোন)
৮। 'বলিয়া অ' বলিয়া টিহিঁটি টিহিঁটি – (চেনোলা)
৯। 'অ' আমাৰ দেশৰ আকাশৰে জোন বেলি তৰা অ'-(গ্ৰামোফোন)
১০। 'ৰৰ নৈ শুৱনী সৰু নাওঁ খনি'– বলোৰাম দাস (এইচ এম ভি)
১১। 'অ' ভৈয়ামৰে গৰখীয়া লৰাটো'– (গ্ৰামোফোন)
১২। 'পৰ্বতৰ আজলী নাগিনী ছোৱালী'– বেনু ভট্ট (গ্ৰামোফোন)
১৩। 'অ' কৰে মইনা ৰূপহী ফুলে মইনা চুপহি'– (চেনোলা)
১৪। 'দিম হিয়া ফালি ফালি অ'- (গ্ৰামোফোন)
১৫। 'গছে কথা কয় পাতে কথা কয়'– হিৰন্ময়ী ৰবা (গ্ৰামোফোন)
১৬। 'কৰে তই শুৱনী নাচনী বিজুলী'– ধীৰেন্দ্ৰ দাস (এইচ এম ভি
১৭। 'আমৰে মল পেলাবৰে হ'ল'– (গ্ৰামোফোন)
১৮। 'অ' পৰ্বতৰে হৰিণীজনী সুঁৱৰি তই সুঁৱৰি'– (গ্ৰামোফোন)
১৯। 'ভৰ দুপৰীয়া দুটি হৰিণীৰ'– (গ্ৰামোফোন)
২০। 'দুৰণীৰে মলয়াই বননিতে বা বলাই'– (চেনোলা)
২১। 'তোৰ পেপাত কি তুলিলি অ' সুৰ গৰখীয়া-অমিয় দাস (চেনোলা)
২২। 'টগৰৰ এপাহি কেতেকীৰ এপাহি'– (চেনোলা)
২৩। 'এটি নিশা সি যে এটি নিশা'– (গ্ৰামোফোন)
২৪। 'মোৰ দুৱাৰত বাজি ৰ'ল অনিবাৰ' (গ্ৰামোফোন)
২৫। 'কি ফুল চিণ্ডিলা অ' বগী তৰা'– হিৰন্ময়ী ৰবা (চেনোলা)
২৬। 'জুৰ্ জুৰ্ জুৰ্ অ' জুৰ্ জুৰ্ জুৰ্'– (গ্ৰামোফোন)

২৭। 'অ' মইনাৰে পদূলিতে ফুলিলে কি ফুলে ৰঙা'— (চেনোলা)

২৮। 'কাৰ গছৰ আগৰ কোমল পাতত'— বেনু ভট্ট (চেনোলা)

২৯। 'অ' আজি ৰঙালী বিহুৰে দিন'— গুনদা কৌৰ (চেনোলা)

৩০। 'জোনাকৰে ৰাতি হেৰাল হিয়া'— (গ্ৰামোফোন)

৩১। 'আমাৰে গাৱঁৰে বাংঢালী এজনী'— (চেনোলা)

৩২। 'মোৰ সমাধিৰ স্মৃতিৰ বুকুত প্ৰিয় চৰণ পেলাবা তোমাৰ (গ্ৰামোফোন)

৩৩। 'দূৰণিৰ সৌ ৰিণি ৰিণি সৰু গাওঁখনি'— নিৰুপমা হাজৰিকা (চেনোলা)

৩৪। 'পৰ্বৃতৰ হৰিণী আহে ভৈয়ামলৈ'— (গ্ৰামোফোন)

৩৫। 'ৰৰনৈ শুৱনী ভৰা বুকুখনি'— অমিয় দাস (গ্ৰামোফোন)

৩৬। 'ইপাৰে সোণালী অ' সিপাৰে সোণালী'-হিৰন্ময়ী বৰা (চেনোলা)

৩৭। 'মোৰে শাওনী অ' গল তিতি বুৰি' — (চেনোলা)

৩৮। 'অ' পাওঁ ভালেকৈয়ে তোমাক ঐ মৰমী' - দেবেন দাস (চেনোলা)

৩৯। 'কোনে মোক আঁকি দিয়ে সাতৰঙা সপোনৰ' —(গ্ৰামোফোন)

৪০। 'আহাৰৰ আগতে আছিলে কথা তুমি অহাৰ'-হিৰন্ময়ী বৰা(চেনোলা)

ইয়াত কেইগৰাকীমান গায়কৰ নাম উল্লেখ কৰিব পৰা হোৱা নাই।

# 'নামে গুণে ৰজনজনা'

বহুমুখী প্ৰতিভাৰ অধিকাৰী ড° ভূপেন হাজৰিকাৰ বিষয়ে আলোচনা-বিলোচনা এতিয়া আগতকৈ ক্ৰমে অধিক হব ধৰিছে। বাট-পথ, সভা-সমিতি, কাকত-পত্ৰ আদিত কথা প্ৰসঙ্গত হলেও তেখেতৰ নাম বাৰম্বাৰ উচ্চাৰিত হব ধৰিছে। লিখক-সমালোচক সকলে মুকলি মনেৰে আৰু স্পষ্ট ভাবে আলোচনাত প্ৰবৃত্ত হৈছে। এতিয়া ভূপেন হাজৰিকাৰ বিভিন্ন অৱদানৰ ওপৰত যিয়ে যিমান পাৰে লিখনীৰে কাগজৰ পৃষ্ঠা ভৰালেও কোনেও বেয়া নাপায়। কিন্তু এসময়ত ভূপেন হাজৰিকাক লৈ কিবা কথা লিখিব বা কব ওলালেই সেই লিখক বা কওতা জনে দুই এজনৰ পৰা টান মাত শুনিব লগীয়া যে হৈছিল সেই কথা বহুতে জানে। আজিৰ পৰা কুৰি বছৰ পূৰ্বে অৰ্থাৎ ১৯৬৩ চনৰ চেপ্তেম্বৰ সংখ্যা আলোচনী 'ৰামধেনু'ত নন্দ তালুকদাৰে 'জিলিকাৰ লুইতৰে পাৰ' নামৰ

এটি মূল্যবান প্ৰবন্ধ প্ৰকাশ কৰিছিল। প্ৰবন্ধটিৰ প্ৰথম দফাতে তেঁওঁ লিখিছিল-- "জিলিকাব লুইতৰে পাৰ' ড° ভূপেন হাজৰিকাৰ এই গীত সংকলনটিৰ প্ৰকাশ হোৱা তেতিয়া সৰহ দিন হোৱা নাই। এই বিষয়ে এটি আলোচনা লিখি এখন আলোচনা চক্ৰত পাঠ কৰাৰ পিচত জ্ঞান বয়োবৃদ্ধ সভাপতিৰ পৰা কড় মন্তব্য শুনিব লগা হৈছিল। সভাপতিৰ কথাৰে কবলৈ হলে ড° ভূপেন হাজৰিকাৰ বিষয়ে লিখিবলৈ গৈ মই হেনো পূজাৰিৰ আসন লৈছোঁ। অৰ্থাৎ ড° হাজৰিকাৰ গীতি সাহিত্যিক যেনেদৰে মূল্যাঙ্কন কৰিব বিচাৰিছোঁ তেনেদৰে মূল্যাঙ্কন কৰিবৰ সময় হোৱা নাই। -- তাৰ পিচত বছৰ বাগৰি গ'ল হাজৰিকাৰ কাপেও আকৌ মানুহৰ বাবে 'অন্ত আকাশত' নতুন নতুন সাহ যোগাবলৈ নতুন নতুন গীত মাতৰ সৃষ্টি কৰিলে। এইবাৰ আকৌ আগবাঢ়িলোঁ দ্বিতীয় আলোচনা এটি ৰচনাৰ বাবে। ড° ভূপেন হাজৰিকাৰ গীত মাত আদৰিবলৈ যাওঁতে পূজাৰীৰ আসন লোৱা বুলি গ্লানিৰ দংশনত জৰ্জৰিত হব লাগিলেও শঙ্কা বোধ নকৰোঁ"।

কিন্তু তাৰো পূৰ্বে বনকোঁৱৰ আনন্দিৰাম দাসে ড° ভূপেন হাজৰিকাক আদৰি কেইটিমান গীত লিখিছিল। ইয়াৰে তিনিটি গীত তেখেতৰ 'নন্দন' পুথিত পোৱা হৈছে।১৯৫২ চনৰ ১৩ ডিচেম্বৰ তাৰিখে "গুৱাহাটী ৰাইজে" আৰু "তৰুণ সেৱক সঙ্ঘ" নামৰ দুটি অনুষ্ঠানৰ তৰফৰ পৰা ড° ভূপেন হাজৰিকাক তেখেতৰ পাশ্চাত্যৰ পৰা স্বদেশলৈ প্ৰত্যাবৰ্ত্তন উদ্দেশ্যে ৰাজহুৱা ভাবে সম্বৰ্দ্ধনা জনোৱা হৈছিল। সেই চনত ড° ভূপেন হাজৰিকাই নিউইয়ৰ্ক কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা "Roll of mass communication in India's Adult Education" ত পি, এইচ, ডি (Ph.D.) উপাধি লাভ কৰিছে। ড° ভূপেন হাজৰিকাক জনোৱা সম্বৰ্দ্ধনা সভাত "আন্তৰিক প্ৰীতি– সম্ভাষণ-- গীতি" শীৰ্ষক বনকোঁৱৰ ৰচিত তলৰ গীতটিৰে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰা হৈছিল। ছপা গীতটি ৰাইজৰ মাজতো বিতৰণ কৰা হৈছিল–

অ' আমাৰ আকাশৰে ভোটা তৰাটো
নামে গুনে ৰজন জনা
নু'খনি মৰমে সনা
অ' গীতে-মাতে মনে মোহাটো ;-
নেচায়েনো কোনে ঐ
থাকিব পাৰেনে ঐ
অ' আমাৰ ভৈয়ামৰে সোনামুৰাটো
দিয়া ঢালি দিয়া মেলি

চেনেহতে আকোৱালি
তোমাৰ গুণৰ গোন্ধৰ সঁফুৰাটো !
তোমাল'কে বাট চাই
আছে আজি জনতাই
বাজে আকাশে-বতাহে সৌ জয়ৰ শিঙাটো ;
নিয়া বাটে দেখুৱাই
আজি লোৱা আমাৰ হিয়াই দিয়াটো !

সেইদৰে ১৯৫৬ চনৰ ১ম বছৰ ৭ম সংখ্যা আলোচনী 'প্ৰবাহ'ত আনন্দি দাস ৰচিত আন এটি গীত প্ৰকাশ হৈছিল। গীতটিৰ ওপৰত লিখা হৈছিল "মইনা সুৰীয়া জগত জিলিকা শিল্পী ডক্টৰ শ্ৰীমান ভূপেন হাজৰিকাৰ বিদায়ত"— এই কথাশাৰী। ভূপেন হাজৰিকাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদ ইস্তফা দি লগতে কৰ্মস্থলী অসম এৰি কলিকতাকে নিজৰ কৰ্মক্ষেত্ৰ কৰি লোৱাত এই গীতটি লিখিছিল—

পায়ে হেকৰালোঁ সোণৰে সোলেং তোক
ক'তেনো জিলিকি ৰ'লি ;
হিয়াতে সাৰটি ল'ম্ তোক কোনে অ'
মানিকে মুকুতা বুলি মইনা সোলেং ঐ
মানিকে মুকুতা বুলি।
উজনী নামনিৰ গলি তই বুকুতে
সুৰৰ খলকনি তুলি ;
ঢোলো নেবাজে পেঁপাও নেবাজে
উকণ্ঠা যে বিহুতলি মইনা সোলেং ঐ'
উকণ্ঠা যে বিহুতলি।
পায় তোক কোনে অ' হিয়াতে সাৰটি
ভাবৰে সঁফুৰা বুলি ;
গোন্ধৰে উতলা মৰমৰ পুতলা
গীতৰে জাউৰি তুলি মইনা সোলেং ঐ

গীতৰে জাউৰি তুলি।
অ' মোৰ ভৈয়ামৰ সোণামুৰাটো
পায় তোক কোনে অ' টুকি
মৰিলে কান্দিব মাটিৰ মানুহেই
এটুপি চকুলো টুকি মইনা সোলেং ঐ
এটুপি চকুলো টুকি।

১৯৬৫ চনৰ ২২ মার্চ তাৰিখে লিখা 'শুভেচ্ছা তোমালৈ' শীর্ষক কবিতা এটিও নন্দনত আছে। ড° ভূপেন হাজৰিকাৰ সৃষ্টিসমূহৰ কিছু কথা কবিতাটিত এইদৰে উল্লেখ কৰিছে—

জোলোঙাত তোমাৰ বিশ্ব মোহিনী
'এৰা বাটৰ সুৰ';
হেৰুৱা লাহৰী অতীত মাধুৰী
চকুপানী দুচকুৰ !!
'জিলিকাব লুইতৰে পাৰ' প্রতিজ্ঞাৰে
সাম্য-মৈত্রীৰ সুৰ ;
লুইতপৰীয়া মানুহৰ কবিলা
তুমিয়েই হিয়া জুৰ !!
শুনালা, 'আগলি বাঁহৰে লাহৰী গগনা'ৰ
বহু সংস্কাৰৰ সুৰ ;
অভিনন্দন জনালে 'প্রতিধ্বনি'ৰে
দিগ-দিগন্তই বুকুৰ !!
ভাবি 'নতুন কইনা'ইতে ওৰকে নেপালে
কণ্ঠ-সুৰদি মইনাৰ সুৰ ;
মাথো হিয়াতে সাৰটি যায় যে ঘুমটি
কিযে হিয়াজুৰ সুমধুৰ !!

# 'শ্ৰীময়ী'ৰ পূৰ্বে

বিহু সন্মিলনৰ উদ্বোধনী গীত হিচাপে নিৰ্ব্বাচিত 'শ্ৰীময়ী অসমীৰ শীতল বুকুত' এই গীতটিৰ পূৰ্বে অসমৰ বিহু সন্মিলনবোৰত যে উদ্বোধনী গীত গোৱা হোৱা নাছিল এনে নহয়। বিভিন্ন জনৰ বিভিন্ন গীত নানা সুৰত পৰিবেশন কৰা হৈছিল আৰু সেই গীতবোৰৰ ভিতৰত বিশেষকৈ গুৱাহাটীৰ বিহুতলিত আনন্দি দাসৰ গীতে অধিক সমাদৰ লাভ কৰিছিল। বিহুৰ বতৰত প্ৰতি বছৰে তেখেতে ভালে সংখ্যক গীত লিখিছিল আৰু গোৱা হৈছিল। তাৰে দুটি গীত কোনো কোনো বিহু সন্মিলনৰ উদ্বোধনী গীত হিচাপে ব্যৱহাৰ কৰা হৈছিল। এটি গীত ১৯৫৫ চনৰ বিহু সংখ্যা 'জয়ন্তী' আলোচনীত প্ৰকাশ হৈছিল। গীতটিৰ প্ৰথম কলি–

আয়ে দিয়া অ' মোৰ চেনেহৰ বিহুৱান
বিহুৱান বিহুৱান ;
বাজি উঠা ৰণ ভেৰি বিজয়ৰ অভিযান–
চেনেহৰ বিহুৱান !

দ্বিতীয় গীতটো ঃ

অ' আইতা আজিও আছে মোৰ
অ' আইতা এখনি বিহুৱান
অ' আইতা তুমি দিয়া তাহানিখন
হিয়া ভৰি দিয়া অ' আইতা
এৰাবি আশীৰ্বাদ অ' আইতা
জিকি অহা শৰাই ঘাটৰ ৰণ আইতা–
বুকুৰ আইতা তুমি দিয়া তাহানিখন !!
এইখন দেশৰে অ' আইতা-আইতা ঐ
ঘিউ মৌৰ গোন্ধতে অ' আইতা-আইতা ঐ
কৰে পৃথিবীয়ে ৰণ

এটুপি শৰীৰৰ অ' আইতা

তেজ থাকে মানে অ' আইতা

মুচি দিম চকুলো কন আইতা–

মুচি দিম চকুলো কন

জিকি অহা শবাই ঘাটৰ ৰণ আইতা–

বুকুৰ আইতা তুমি দিয়া তাহানিখন ।।

অসমা সুষমা অ' আইতা - আইতা ঐ

তুমি নিৰুপমা অ' আইতা - আইতা ঐ

নেলাগে মাৰিব মন,

আমিয়ে ৰাখিমে অ' আইতা

মান ভাৰতৰে অ' আইতা

জীৱনে কৰিছোঁ পণ-আইতা–

জীৱনে কৰিছোঁ পণ–

জিকি অহা শবাই ঘাটৰ ৰণ আইতা–

বুকুৰ আইতা তুমি দিয়া তাহানিখন!!

# অগ্নি

আনন্দি দাস ৰচিত 'অগ্নি' পুথি ১৯৪৫ চনত প্ৰকাশ হয়। অগ্নি উছৰ্গা কৰিছে লেখকৰ মাতৃ গোদাবৰী দাস আৰু 'সদৌ অসম তথা ভাৰতৰ বিপ্লৱী ছিধীজয়ী ছাত্ৰ-শক্তি, বিপ্লৱী শ্ৰমিক-কৃষক আৰু জন-সাধাৰণৰ পবিত্ৰ কৰকমলত'। পুথিখনি দুভাগত বিভক্ত। প্ৰথম ভাগত বাৰটি কবিতা দ্বিতীয় ভাগত দহটি গীত অন্তৰ্ভুক্ত কৰা হৈছে। কবিতাবোৰ ক্ৰমে আহ্বান, কংগ্ৰেছ, উদ্দ্যোগী গনেশ হাজৰিকা, নাসাজো প্ৰতিমা আৰু, বিহুদিনা, ধনীৰ প্ৰতি, গৌৰব আমাৰ, চিটিকণি, আজিৰ চিন্তা, লাভ আজি কাৰ, ব্ৰেক

মাৰ্কেট আৰু লাগে আজি ঐক্য আমাক।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ছোৱাত জাতীয় কংগ্ৰেছৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা বনকোঁৱৰে 'কংগ্ৰেছ' নামৰ কবিতাটিত সোঁৱৰণ কৰিছে।

ভাৰতৰ এই মহা পূণ্য অনুষ্ঠান
হিংসো-স্বাৰ্থ কপটতা বিভেদ বিহীন ;
সবাৰো প্ৰানৰ আশা আছে ইয়াতেই
"ভাৰত স্বাধীন হ'ব নিশ্চয় এদিন।"

এই কালছোৱাত নিভাঁজ দেশপ্ৰেমৰ জোৱাৰ অসমৰ বুকুতো উঠিছিল। জাতীয় প্ৰেমে অসমীয়াৰ তনু-মন জোকাৰি দিছিল। বনকোঁৱৰে অসমীয়াৰ অতীত গৌৰৱ, শিপিনীৰ বোৱা কটা, সাজ-পোছাক, নৃত্য-নাট, গীত-বাদ্য, ভাষা-সাহিত্য, মাত-কথা, শিক্ষানুষ্ঠান, বাণিজ্য-ব্যৱসায় আদিৰ কথা উল্লেখ কৰি আৰু স্মৃতি চিন সদা সৰ্বদা যাতে অসমীয়াৰ গাত দেখা যায় সেই আশাৰে লিখা 'গৌৰৱ আমাৰ' কবিতাই পাঠকৰ মনত নিশ্চয় উৎসোহ যোগাব–

মৰা নাই সেইবীৰ অসমীয়া জাতি
আজিও জীয়াই আছে বান্ধি বল গাৰ ;
অসমত নাই একো বিদেশীৰ দাবী
মৰিও ৰাখিম আমি গৌৰৱ আমাৰ

এই ধুনীয়া পৃথিৱীখন দিনে দিনে ঘৃণীয়া হ'বলৈ ধৰিলে। অধৰ্ম, অনীতি, ভণ্ডামীৰ জালত যেন পৃথিৱী আজি বন্দী। এপিনে সাম্যৰ জয় গীতি আৰু আনপিনে বিভেদ নীতিৰ মাজত অৰিয়া-অৰি। এপিনে বিৰাট মহান জাতি গঢ়াৰ সপোন আৰু আনপিনে ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিত বিভক্ত কৰি ভেদাভেদ আনিবলৈ প্ৰচেষ্টা ! শোষণকাৰীৰ ষড়যন্ত্ৰ ৰোধ কৰিবলৈ যিদৰে গীত, নাট, ভাওনাৰ প্ৰচলন হৈয়ে আছে ; সেইদৰে শ্ৰমিকৰ বুকুৰ কেচা ৰক্ত পান কৰা সকলৰ পৰাক্ৰমো বাঢ়িহে আছে। বনকোঁৱৰে 'আজিৰ চিন্তা' নামৰ কবিতা এটিৰ জৰিয়তে 'আজিৰ কবি' সকলক কেৱল 'বাদছাহী মহল'ৰ কাৰণে গান নিলিখি স্বদেশৰ মঙ্গলৰ হকে, ঐক্য সম্প্ৰীতিৰ কাৰণে গান ৰচনা কৰিবলৈ অনুৰোধ কৰিছে। তেওঁৰ বিশ্বাস-

আজিৰ কবিয়ে নকয় কাকোকে "তুমি নীচ, তেওঁ উচ্চ"
বিচাৰে গঢ়িব সুন্দৰ মানৱ নতুন এখনি বিশ্ব।

সুন্দৰ মানৱ সমাজ গঢ়িবলৈ হ'লে প্ৰতি গৰাকী ব্যক্তিৰ মন সুন্দৰ হ'ব লাগিব। এই ক্ষেত্ৰত 'তৰুণ শক্তি দল' আগবাঢ়ি আহিব লাগিব। অসমৰ তৰুণ শক্তিৰ ওপৰত বনকোঁৱৰৰ দৃষ্টি অসীম। দেশৰ 'ক্ষুধা অস্থিৰতা' নাশ কৰিবলৈ 'তৰুণ শক্তি দল' কংসৰ বংশ নাশ কৰিবলৈ আগবাঢ়ি আহিব লাগিব। অসমৰ তৰুণ শক্তিক তেওঁ আন এটি গীতত 'মণিৰাম দল', 'কুশলৰ দল' বুলি সম্বোধন কৰি দেশৰ শত্ৰু বিনাশ কৰিবলৈ আহ্বান জনাইছে—

অ' মণিৰাম দল— অ' কুশলৰে দল—
আহা লৈ হিয়াৰ অসীম শক্তি—দেশ ভক্তিৰ বল।
এয়ে সেই কংসৰ বংশ
কৰিবই লাগিব ধ্বংস
নহ'লে নৰৰ মাতৃৰ সন্মান গৌৰৱ দীপ্তি উজ্জ্বল।
ফাঁচিৰ কাঠতে আছে মণিৰাম—
আছে আজিও কুশলৰ—
বৈ তপত ৰঙা শোণিতৰ ধাৰ
জ্বলাই বুকুত বজ্ৰানল—
দিবই লাগিব দলে দলে আজি তাৰেই প্ৰতিফল।

অসমৰ বীৰ সন্তান সকলৰ স্মৃতি ভৰা গীতৰ জৰিয়তে অসমীয়া ডেকা সমাজক জাগ্ৰত কৰিব খোজাৰ দৰে মহীয়সী বীৰাঙ্গনাসকলৰ কথাও মনত পেলাই দিছে নাৰী সমাজক—

অ' অসমৰে বোৱনী-কাটনী শিপিনী গাভৰুৰ দল—
অ' বিদুষী গাভৰুৰ দল ;
হাতত হেংডাল লৈ আৰু এবাৰ
ৰণলৈ ওলাবৰ হ'ল।
সতী-জয়মতী মূলা-গাভৰু ৰাধিকা শান্তি বেউলা আৰু
নুমলী জীয়ৰী চেনেহী সাদৰী কনকক জগাবৰ হ'ল-
হ'ল আকৌ এবাৰ কৰিব তেজেৰে ৰঙাকৈ ধৰণীৰ তল।
খোজত উঠক বিশ্ব কঁপনি, চকুত তীক্ষ্ণ দৃষ্টি অগণি
বুকুৰ অদম্য শোণিতৰ ধাৰ বোৱাই কল্ কল্

আকৌ এবাৰ যুঁজি দেখুৱাব বিশ্ব বিজয়ীনীৰ বল।

অগ্নিৰ এটি গীত 'জয়ন্তী' আৰু আন দুটি কবিতা ক্ৰমে 'নায়ক' আৰু 'মিলন' আলোচনীত প্ৰকাশ হৈছিল।

# দাবানল

আনন্দি দাস ৰচিত 'দাবানল' এখন অপ্ৰকাশিত কবিতা পুথি। দাবানল পুথিৰো কেইবাটিও কবিতা বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত হৈছিল। প্ৰকাশিত কবিতাবোৰ হ'ল ক্ৰমে বিহু ওলগনি (ৰবৈদেচিলা ১৯৪৪), নাথাকিব আৰু এই দিন (পছোৱা, ১৯৪৭), জ্ঞান দীপ শিখা (ছনেট) ( নায়ক, ১৯৩৭), দীপক (দীপক, ৯ চেপ্তেম্বৰ, ১৯৫৫), সৰস্বতী পুজা (অসমীয়া ৯ ফেব্ৰুৱাৰী, ১৯৫৭), নতুন অসমীয়া বিহু সংখ্যা, ১৩ এপ্ৰিল, ১৯৫৭ সুৱাগী বহাগী আই (বিহু সংখ্যা অসমীয়া, ১৩ এপ্ৰিল, ১৯৫৭), নিঃস্বাৰ্থ ৰাষ্ট্ৰসেৱক (ৰাষ্ট্ৰসেৱক, ১৫ আগষ্ট, ১৯৫৭), আকণি সভালৈ যাওঁ (অসমীয়া, ৬ জুলাই, ১৯৫৭), বালিঘৰ (ৰাষ্ট্ৰ সেৱক, ১৯৫৮). গোটেই পৃথিৱীখন হক বিহুতলি (অসমীয়া, ৮ মে, ১৯৫৮), অভাৱৰ চকুলো (ৰাষ্ট্ৰ সেৱক, ১৮ ডিচেম্বৰ, ১৯৫৯), লোকপ্ৰিয়লৈ শ্ৰদ্ধাঞ্জলি (ৰাষ্ট্ৰ সেৱক, ২১ আগষ্ট, ১৯৫৯), বিচাৰ দৰ্শন (ৰাষ্ট্ৰসেৱক, নভেম্বৰ, ১৯৫৯), ভেলাঘৰৰ ছাঁই (ৰাষ্ট্ৰ সেৱক, ২০ জানুৱাৰী, ১৯৬০), জীৱন পণ্ডিতৰ বাণী (দৈনিক অসম, ৫ ডিচেম্বৰ, ১৯৬৫), প্ৰত্যুত্তৰ (দৈনিক অসম, ৩ জুলাই, ১৯৬৬), জয় হিন্দ (দৈনিক অসম, ১৫ আগষ্ট, ১৯৬৬), এটি ছনেট (দৈনিক অসম, ২ অক্টোবৰ, ১৯৬৭), শতাব্দীৰ স্বপ্ন (দৈনিক অসম, ২৬ জানুৱাৰী, ১৯৬৮), অহিংসা পৰম ধৰ্ম (কথা কবিতা)-(দৈনিক অসম, ২৬ জানুৱাৰী, ১৯৬৯), এনে জ্ঞান (জয়ন্তী) কথাৰ চহকী (পাৰিজাত), মানৱ জ্ঞান (জয়ন্তী),চকুলো (সমাজ), গোটেই জগতখন জনমভূমি মোৰ, ৰাষ্ট্ৰসেৱক, এয়া আৰু সেয়া আৰু সম্পাদকৰ বাণী (চাৰিওটি ৰাষ্ট্ৰ সেৱকত)।

সুন্দৰ পুজাৰী সকলে নিজে কান্দি হলেও আনক হাঁহিৰ সমল যোগায়। হাঁহিখিনি তেওঁলোকে বিলাই দিয়ে সকলোৱে পাওক বুলি। পিছে হাঁহিৰ মাজত পুজাৰীৰ কান্দোন, তেওঁলোকৰ হিয়া ভঙা মাত যদি কাৰো কাণত নেবাজে? বনকোঁৱৰৰ মনত এনে প্ৰশ্নৰ উদয় হৈছিল কেতিয়াবা। উত্তৰো আছিল তেওঁৰ গীতত–

অৰণ্যৰ যত ফুল মিছাতেই বিয়াকুল
বিলাই সৌৰভ ;
নাপায় আদৰ হায় ফুলি সৰি জহি যায়
বিকাশ গৌৰৱ।
পোৱা হলে সম্রাজ্ঞীৰ ফুলিবলৈ ফুলনিৰ
সহানুভূতিত ;
বাঢ়িলহেঁতেন তাৰ গন্ধ বিয়পি শোভাৰ
বিশ্ব প্ৰকৃতিত ।

মানুহৰ পৰিচয় পোৱা যায় কৰ্মত। মানুহৰ আচল পৰিচয় ৰূপত নহয়-গুণত। এই কথা বনকোঁৱৰে বুজাই দিছে 'পশু আৰু মানৱ' নামৰ এটি কবিতাত। মানুহৰ মুখৰ সৌন্দৰ্য্য আছে কিন্তু যদি তেওঁ কথা কব নেজানে, মুখত যি আছে তাকে কয় তেনেহলে সেই মুখ বন্ধ কৰি বোবা হোৱাই ভাল। কমল নয়ন সদৃশ হৈ যদি সু-দৃষ্টি নেথাকে তেনেহলে অন্ধ হোৱাই ভাল। জন্ম লাভ কৰে মানুহ ৰূপে কিন্তু পিছলৈ সৎ-কৰ্মত প্ৰবৃত্ত হৈ মানুহেই দেৱতা হয় আৰু কোনোৱে কৰ্মদোষত পশুৰ জীৱন যাপন কৰে। অমৃতৰ সন্তান প্ৰতিজন মানুহ একেটি পৰিয়ালৰ দৰে। একেই মাটি, একেটিয়ে ঘৰ, এখনিয়ে মজিয়া- প্ৰতিজনৰ মাজত এনে ভাব বীজ ৰোপণ হলে মানুহৰ মাজত হই-উৰুমিৰ স্থানেই নেথাকে। এনে দৰে ন-পুৰণিৰ মাজত সংমিশ্ৰণ ঘটাই মানুহ হ'ব লাগিব এক জাতিৰ; এজনীয়েই হ'ব লাগিব সকলোৰে মাতৃ আৰু ইয়াকে কৰিব নোৱাৰা পৰ্যন্ত সকলোৰে মুৰৰ ওপৰেৰে ধুমুহা-বতাহ বৈ থাকিব। সকলো শাস্ত্ৰই কলে সৃষ্টি কৰ্ত্তা এজনেই। তাকে কবলৈ, তেওঁৰে কীৰ্ত্তন কৰিবলৈ পৃথিৱীত নিৰ্মাণ হ'ল অলেখ মঠ-মন্দিৰ। সকলোবোৰ সাধু-সন্ত-মহন্তৰ পদ ৰজৰে প্লাৱিত হ'ল তথাপি পৃথিৱীৰ বুকুত চলিল স্পৃশ্য অস্পৃশ্যৰ যুঁজ, চুৰি-নুচুৰিৰ যুঁজ। এনে যুঁজৰ সামৰণী মাৰিবলৈ সেয়ে একেই মানুহ জাতিৰ কথা বনকোঁৱৰে উল্লেখ কৰিছে—

ঢালি দিয়া আজি নতুনৰ সঁতে
পুৰণিৰ সুৰ সুধা ;

নহলে মজিয়া একাঠুৰা হব
বতাহে উৰাব মুধা।
থাকিব লাগিব একেটি ঘৰতে
এখনি মাথোন মাটি ;
এজনী আমাৰ জননী বিশ্বৰ
মানুহ একেই জাতি।

# ৰক্তাঞ্জলি

১০২ টি গীত আৰু কবিতাৰে সন্নিবিষ্ট 'ৰক্তাঞ্জলি' বনকোঁৱৰ ৰচিত আন এখন অপ্ৰকাশিত পুথি। ইয়াৰো বহুগীত বিভিন্ন আলোচনী, বাতৰি কাকতত প্ৰকাশ হোৱাৰ উপৰি অনাতাঁৰ কেন্দ্ৰ যোগেও প্ৰচাৰ লাভ কৰিছিল। কোনো অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ সৌজন্যত আয়োজিত উৎসৱ বা ৰাজহুৱা সভা আদিত গাবলৈ আনন্দি দাসৰ পৰা গীত বিচাৰি অনা হৈছিল। যিয়ে যিদৰে বিচাৰে তেওঁলোকক সেইদৰে গীত লিখি দিব পৰা ক্ষমতা তেওঁৰ আছিল। ১৯৬৫ চনৰ ৫ এপ্ৰিল তাৰিখে গুৱাহাটীৰ জিলা পুথিভঁৰালত "ভাৰত-ছোভিয়েট সাংস্কৃতিক সংঘ সম্মিলনী"ৰ প্ৰথম অধিবেশন বহোতে তাত আনন্দি দাস ৰচিত গীত আৰম্ভণী গীত স্বৰূপে ব্যৱহাৰ কৰা হৈছিল আৰু সেই গীতটি তেতিয়া 'ছোভিয়েট দেশ' আলোচনীত প্ৰকাশো হৈছিল। গীতটিৰ জৰিয়তে সকলোকে পবিত্ৰ অন্তৰ লৈ শান্তিৰ হকে যুঁজ কৰিবলৈ আহ্বান জনাইছে। চুকে-কোনে বহি নেথাকি, 'বহুৱাৰ বুদ্ধি' নুশুনি, লেতেৰা ৰণ নীতি ত্যাগ কৰি প্ৰত্যেকজনেই যাতে বাহিৰ ওলাই আহি 'হিয়াৰ বগা আচল উৰুৱাই' আকাশৰ পিনে চায় তেওঁ সেই আশা কৰিছে আৰু একতা মন্ত্ৰেৰে শান্তিৰ নিচান উৰুৱাবলৈ আহ্বান জনাই লিখিছে-

আজি নাই নাই ভয় একো নাই বাট হেৰালেও ৰাতি,
নুশুনিবা মিছলীয়া ওজা ককাইটিৰ—
মানুহ খোৱা মানুহ বাঘৰ সাধু কথাটি—
নাই নাই ভয় একো নাই বাট হেৰুৱালেও ৰাতি ;

উনৈশ শাৰীৰ দীঘল কবিতাটি তেওঁ ৰচনা কৰিছিল ১৯৬২ চনত। সমস্বৰ সঙ্গীত স্বৰূপে লিখা গীতটিৰ কথাই সিদিনাৰ শ্ৰোতা দৰ্শকৰ মনত গভীৰ ছাপ পেলাইছিল।

# ৰোগ শয্যাত কবিতা

এই গ্ৰন্থৰে ৪১ পৃষ্ঠাত উল্লেখ কৰা হৈছে আনন্দি দাসে ১৯৪১ চনৰ ২৯ এপ্ৰিল তাৰিখে নবীয়াপাটীৰ পৰা আৰোগ্য লাভ কৰি লিখা গীত এটিৰ কথা। কিন্তু আৰোগ্য লাভ কৰাৰ বাৰ বছৰ পিচত তেওঁ আকৌ নবীয়াপাটীত পৰিল। তেখেতক গুৱাহাটী চিকিৎসা মহাবিদ্যালয়লৈ লৈ যোৱা হ'ল। পূৰ্বৰ গীতটিৰে প্ৰকাশ কৰা আনন্দি দাসৰ শঙ্কা পিচত আকৌ যেন তেওঁৰ মনত ঘনীভূত হ'ল। সিদিনা অক্টোবৰ মাহৰ ২০ তাৰিখ। ১৯৬৫ চন। ৰাতিপুৱা ৭-৩০ বজাত চিকিৎসা মহাবিদ্যালয়তে আনন্দি দাসে 'ৰোগ শয্যাত' নামৰ কবিতা লিখিলে-

আৰু কিমান যতনা দিবাহে দয়াল
কৃপাল কৰুণা সাগৰ ;
দুচকুত দিলা বেদনা– ব্যাধিৰ
চকুলোৰে উজাগৰ !!
তুমিয়ে দিছিলা সঙ্গীত সুমধুৰ
ধৰাৰ মানুহৰ তপ্ত-হিয়া জুৰ
কিবা অভিমানে দিলা অভিশাপ
দুঃখ-দৈন্য আদি মহা-অনুতাপ
সেয়ে আজি হায় ঘৃণ্য জগতৰ
অসহায় অনাদৰ !!
যাতনাই হব সান্ত্বনা মোৰ
সাৰথি পথৰ হুমুনিয়া ৰোৰ

আৰু মোক নালাগে পুনৰ জনম
মানুহে নুবুজা মানুহৰ মৰম
বিচাৰোঁ মৰিব তোমাৰ কোলাতেই
চিৰন্তনৰ ভাগৰ !!

# খেমেলীয়া গীত

এই গ্ৰন্থৰ ৪০ পৃষ্ঠাৰ প্ৰথমতে নন্দন গীতৰ পুথিত থকা খেমেলীয়া গীতৰ কথা উল্লেখ কৰা হৈছে যদিও বক্তাগুলি পুথিখনৰো পাত লুটিয়ালে কেইবাটিও এনে খেমেলীয়া গীত চকুত পৰে। অসমৰ বানপানীয়ে ৰাইজক যি নগুৰ-নাগতি কৰে তাকে লৈ বহুজনে গীত-কবিতা লিখিছে। আনন্দি দাসে কিন্তু গোটেই অসমৰ কথা নিলিখি কেৱল গুৱাহাটীৰ বানপানীৰ কথাহে গীতত প্ৰকাশ কৰিছে। গীতটি হুঁচৰি, বিয়ানাম আৰু বিহুগীতৰ মিশ্ৰ সুৰত গাব পৰাকৈ লিখা। পঁচিশ শাৰীৰ দীঘল কবিতাটিৰ পৰা শেষৰ কেইশাৰীমান তুলি দিয়া হ'ল–

ঐ ৰাম, গুৱাহাটী নগৰৰ বানপানীৰ ফলত
মাছ বোৰে কাম পালে কেৰ্খেনা কলত ;
ঐ ৰাম সিহঁতৰ ভিতৰটো দেলাল ওলাল,
সৰু সৰু মাছবোৰ পেটত সোমাল ;
হেই বোলো আতৈ! নেলাগেনে বানপানীৰ বোনাচ আৰু
আতৈয়নীক পিন্ধাবলৈ হাতত সোণৰ খাৰু ?
"এ ইছকুল্ পঢ়িবৰ ছিলট মোৰ আতৈ ঐ
ইছকুল্ পঢ়িবৰ ছিলট ;
তু-তুমি মাছে মাৰি আ-আহিনো আছিলা
বুকু-বুকুৰা পানীৰে বিলত ?"

গীতটি গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ যোগে ১৯৬২ চনৰ ৭ চেপ্তেম্বৰ তাৰিখে নিশা ৮-১৫ মিনিটত প্ৰচাৰ কৰা হৈছিল। 'মিঠা পানৰ খিলি' নামৰ আন এটি বনগীত খেমেলীয়াকৈ লিখিছিল–

অ' চন্দুকত বন্দুকৰ গুলি মোৰ আইজনী
চন্দুকত বন্দুকৰ গুলি ;
মিচিকিয়া হাঁহিৰে বুকু চাই বধিলা
মানুহটোকে পহুটো বুলি মইনা আইজনী
কিনোযে ঐ গুৱনী চন্দুকত বন্দুকৰ গুলি ??
অ' কিনো মিঠাপানৰ খিলি মোৰ আইজনী
কিনো মিঠা পানৰ খিলি ;
বহাগীৰে বিয়াখন মনে মনে পাতিলা
পানী পোহ্নত গুৰগা তুলি মইনা আইজনী
কিনোযে ঐ গুৱনী চন্দুকত বন্দুকৰ গুলি ??
অ' গাবলৈ নেপালোঁ যোবা-নাম এফাঁকি
সুৰৰে জাউৰি তুলি ;
আগে নেজানিলো এতিয়াহে জানিলোঁ
বিলাতৰ দৰাটো বুলি মইনা আইজনী
কিনো যে ঐ গুৱনী চন্দুকত বন্দুকৰ গুলি ??
অ' বাঁহৰো এফাল মানুহৰো একাল
একেখন বাৰীৰে পুলি ;
মিঠা গুচি তিতা হ'ল মনৰ কথা মনত ৰ'ল
কিনো মিঠা পানৰ খিলি মইনা আইজনী
কিনো যে ঐ গুৱনী চন্দুকত বন্দুকৰ গুলি ??

# নীলকান্ত হাজৰিকাৰ লগত

ড° ভূপেন হাজৰিকাৰ পিতৃ স্বৰ্গীয় নীলকান্ত হাজৰিকাৰ প্ৰতি বনকোঁৱৰ আনন্দি ৰাম দাসৰ শ্ৰদ্ধা আছিল বৰ গভীৰ। আনন্দি দাসকো নীলকান্ত হাজৰিকাই খুব মৰম কৰিছিল। দাসৰ গীত-কবিতা কোনো আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ হোৱাৰ পিছত দুয়োৰো মাজত বাটে পথে দেখা-সাক্ষাৎ হলেই প্ৰথমে দাসৰ প্ৰকাশিত বিষয়

বস্তুৰ ওপৰত হাজৰিকাই নিজৰ মন্তব্য প্ৰকাশ কৰিছিল। আনন্দি দাসে নীলকান্ত হাজৰিকাক 'ছাহাব ককাইটি' বুলি সম্বোধন কৰিছিল। নীলকান্ত হাজৰিকা আছিল এগৰাকী ভাল গীতিকাৰ। শৈশৱ কালতে ভূপেন হাজৰিকাই দেউতাকক গীত লিখি দিবলৈ খাটনি ধৰাত দেউতাকে লিখি দিয়া "অ' মইনা কেতিয়া আহিলি তই, অহাৰে লগতে বননীৰ মাজতে, ফুলে বৰণীয়া জাঁহি··· " এই গীতটিত ভূপেন হাজৰিকাই সুৰ দি ৰাইজৰ সন্মুখত গাই তেতিয়াই শ্ৰোতা মণ্ডলীক মুগ্ধ কৰিছিল। ড° ভূপেন হাজৰিকাৰ এয়াই আছিল গীতত প্ৰদান কৰা জীৱনৰ প্ৰথম সুৰ। আনপিনে নীলকান্ত হাজৰিকা এগৰাকী তীক্ষ্ণ সমালোচক আছিল। অৱশ্যে তেখেতৰ সমালোচনাই লিখিত ৰূপ লোৱা নাছিল যদিও নানা যুক্তি আৰু বিচাৰ-বিশ্লেষণেৰে মুক্ত কণ্ঠে তেখেতে অন্যায়ৰ প্ৰতিবাদ কৰিছিল। এনে এগৰাকী মহৎ ব্যক্তিৰ লগত কেতিয়াবা আকৌ কথা এষাৰ পাতিলেও আনন্দি দাসে গীতৰ সমল বিচাৰি পাইছিল। এদিন সেয়াই হৈছিল। সিদিনা আছিল ১৯৬৬ চনৰ ২৫ অক্টোবৰ। সময় ভৰ দুপৰীয়া। দুৰ্গা গোসানীক বিসৰ্জ্জনা দিয়া চাবলৈ মানুহবোৰ গুৱাহাটীৰ কাছাৰী ঘৰৰ পিনে যাবলৈ ধৰিছে। তাৰ পিছত আনন্দি দাসৰ ভাষাৰেই কওঁ– "গুৱাহাটী কাছাৰী ঘৰৰ আলি কাষত মহাসমালোচক পূজনীয় ছাহাব ককাইটিয়ে (নীলকান্ত হাজৰিকাদেৱ) মোক দেখা পাই সুধিছিল– "ভালে আছা ? গোসানী চালা ? অ' তুমি জীয়া গোসানীৰহে উপাসক। সিদিনা তোমাৰ পূজা সংখ্যা 'দৈনিক অসম'ত 'এই বেলি গোলাপী' গীতি কবিতাটি পঢ়ি বৰ ভাল পালোঁ। বাৰু যোৱা-অ' ভাণ্ডৰ মইনাক (ডক্টৰ ভূপেন হাজৰিকাক) লগ পোৱা জানো ? মই সকলো শলাগিলো। তেখেত কাছাৰীলৈ গুচি গ'ল। মই আচৰিত হলো–তেখেতে "জীয়া-গোসানী" কথাটোত বৰ বেছিকৈ গুৰুত্ব দিছিল আৰু চকুৰ দৃষ্টিভঙ্গী, মুখখনে মোক পৰিস্কাৰ ভাবে বুজাই দিছিল– তেখেতে তেখেতৰ "জীয়া-গোসানী" জনীক কিমান ভাল পাইছিল.....।" নীলকান্ত হাজৰিকাৰ লগত কথা হৈ সিদিনা ৰাতি আনন্দি দাসে 'যোৱাৰ বাটত' বুলি এটি গীত লিখিছিল। ইয়াৰ দুদিন পিছত অৰ্থাৎ ১৯৬৬ চনৰ ২৮ অক্টোবৰৰ নিশা লক্ষ্মী পূজা কাৰ্য্য শেষ কৰি শেষ ৰাতি ১-৩০ বজাত নীলকান্ত হাজৰিকাই ইহলীলা সম্বৰণ কৰে। আনন্দি দাসে 'যোৱাৰ বাটত' নামৰ গীতটিৰ তলত নীলকান্ত হাজৰিকাৰ বিষয়ে উক্ত কথাখিনি লিখি আকৌ তেখেতৰ মৃত্যুত অতিশয় দুখ প্ৰকাশ কৰি লিখিছে- " তেখেতৰ মৃত্যুত ভীষণ দুখ পাইছোঁ.... তেখেত এজন মহা দাৰ্শনিক আৰু সিদ্ধ আধ্যাত্মিক ব্যক্তি আছিল"।

# মোৰ অসমৰে গান

মোৰ অসমৰে গানৰে মন্ত্ৰত
উষাৰ আলোৰে অৰুণ উদয় হ'ল ;
পুঁৱতি সমীৰে ঢালিলে শীতল
ফুলিলে গন্ধ নন্দন পৰিমল।
চিত্ৰলেখাৰ নাচোনত বিশ্বৰ নাচি উঠিল প্ৰাণ–
গালে বিহগীয়ে সেই জয় গান
লখিমীয়ে দিলে এমুঠি অন্নদান ;
এই দেশ মোৰ এই ভাষা সুৰ
দেৱতাৰ ভক্তি ধ্যান মন্ত্ৰ হল–
বিশ্বসৃষ্টিৰ এই যে উদয়াচল।
এই মোৰ নৱ-গ্ৰহ–
চন্দ্ৰ-সূৰ্য-গ্ৰহ-তৰা-নদ-নদী-গিৰি মনোহৰা মঙ্গল অনুগ্ৰহ ;
ধূপ-দীপে মন্ত্ৰ-গীতে সৌ যে নীলাচল
সেয়ে-দীপ্ত-ক্লান্ত ৰবিৰ শান্তি-অস্তাচল।
এই অসমৰে গীতি–
বোৱালে বিশ্বৰ প্ৰতি প্ৰাণে প্ৰাণে
চেনেহ অমিয় প্ৰীতি ;
সুৰৰে শলিতা জ্বলিলে সুন্দৰৰ পৃথিৱী জলমল্ উজ্জ্বল!

আনন্দি দাসৰ ৰচিত এই গীতটিৰ প্ৰতি আকৰ্ষিত হৈছিল সাহিত্যাচাৰ্য শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকাদেৱৰ। হাজৰিকাদেৱে তেখেতৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত "জাতীয়-সঙ্গীত" নামৰ অসমীয়া গীতৰ পুথিখনত উক্ত গীতটি সন্নিবিষ্ট কৰিছিল। ১৯৪৮ চনত প্ৰকাশিত 'জাতীয়-সঙ্গীত'ত মুঠ ৪১ টি গীতে স্থান লাভ কৰিছিল আৰু সেই গীতবোৰৰ গীতিকাৰ সকল আছিল ক্ৰমে- ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, অম্বিকাগিৰি ৰায় চৌধুৰী, ৰাধানাথ ফুকন, দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ

বৰদলৈ, ড° সূৰ্য্যকুমাৰ ভূঞা, গিৰীশচন্দ্ৰ বৰদলৈ, পদ্মধৰ চলিহা, কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ, উমেশচন্দ্ৰ চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, মিত্ৰদেৱ মহন্ত, ডিম্বেশ্বৰ নেওগ, বিনন্দ চন্দ্ৰ বৰুৱা, আনন্দি ৰাম দাস, বিষ্ণু প্ৰসাদ ৰাভা, গণেশচন্দ্ৰ গগৈ, ড° মহেশ্বৰ নেওগ, বদন চন্দ্ৰ শৰ্মা, কমলানন্দ ভট্টাচাৰ্য্য, মুক্তিনাথ শৰ্মা বৰদলৈ, চৈয়দ আব্দুল মালিক, ড° ভূপেন হাজৰিকা, পুৰুষোত্তম দাস আৰু নলিনীবালা দেৱী।

# কথাছবিৰ গীত

বনকোঁৱৰ আনন্দি ৰাম দাসে অসমীয়া কথাছবিৰ গীতিকাৰ হিচাপেও সুখ্যাতি অৰ্জন কৰিছিল। বৰুৱা আৰ্ট প্ৰোডাকচন্‌ৰ তৃতীয় অৱদান 'ভক্ত প্ৰহলাদ' কথাছবিৰ কাৰণে বনকোঁৱৰে তিনিটি গীত ৰচনা কৰিছিল। ছবিৰ পৰিচালনা নীপ বৰুৱা আৰু সঙ্গীত পৰিচালনা ব্ৰজেন বৰুৱাৰ আছিল। ফণী শৰ্মা, সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী, ইভা আচাও আদি অভিনীত এই কথাছবিখনৰ কাৰণে বনকোঁৱৰ ৰচিত প্ৰথম গীতটিত কণ্ঠদান কৰিছিল ক্ৰমে দেবেন শৰ্মা আৰু গুণদা দাসে। গীতটি হ'ল—

শুনা বাছা ভৰি কৰ্ণ নাম নাৰায়ণ
(এহে) লোৱা বাছা ভৰি প্ৰাণ নাম নাৰায়ণ।।
(হৰি হৰি নাৰায়ণ এ হৰি এ)
সেহি নামে পুৰিবেক যত মনস্কাম
সেহি নামে ধন বিনে নাহি আন কাম।।
দয়াৰ সাগৰ নিধি হৰি নাৰায়ণ
তাৰয় বিপদকালে দিয়া দৰিশন
(হৰি হৰি নাৰায়ণ এ হৰি এ)
তাহাৰ সন্তান আমি যত জীৱগণ
নমো নমো সৰ্ব্বক্ষণ নমো নাৰায়ণ।।

গুণদা দাসে কণ্ঠদান কৰা দ্বিতীয় গীতটি —

ওঙ্কাৰ ৰূপ পৰম ব্ৰহ্ম
নমো নমো নাৰায়ণ,

প্ৰকৃতি পুৰুষ নিত্য নিৰঞ্জন
তোমাতে লইলো শৰণ।।
কৰে শোভে শঙ্খ চক্ৰ গদা পদ্ম
বিশ্ব তাৰণ কাৰণ ;
গলে শোভে প্ৰেম পৰিমল হাৰ
চৰণে ৰক্ত চন্দন।।
ভৱ ভয় হাৰী মুকুন্দ মুৰাৰী
ভকতৰ প্ৰাণ ধন
যত জগজন কৰিছা স্ৰজন
নাৰায়ণ নিৰঞ্জন।।

দেবেন শৰ্মা, গুণদা দাস, বিৰজা দাস, জয়ন্তী দেৱী, বেলা দালাল, ব্ৰজেন বৰুৱা আৰু দিবন বৰুৱাৰ সমবেত কণ্ঠত গোৱা তৃতীয় গীতটি–

অ' হৰি চৰণ দিয়া হে।।
জলধি মাজে তুমি
হৈয়া ভৱ-তৰী অ'হে
আছা নিতে ধৰি কত অৱতাৰ।।
ব্ৰহ্মাণ্ডৰ ভূমি ভাৰ
কান্ধতে প্ৰভূ তোমাৰ
ভকতৰ প্ৰাণ ধন তুমি নাৰায়ণ
আছা লৈয়া যুগ যুগ
ধৰি কত ৰূপ
তুমি নিত্য নিৰঞ্জন নমো হৰি নাৰায়ণ।।
যত জীৱ জগজন হৰি নাৰায়ণ
কৰে নিতে বিচৰণ হৰি নাৰায়ণ
নুবুজিয়া মূঢ় মতি
পাপে ডুবি মৰে

(হৰি) মই মৰো নাৰায়ণ

পৰি চৰণে তোমাৰ।।

প্ৰাগজ্যোতি কলা মন্দিৰৰ প্ৰথম নিবেদন "লাচিত বৰফুকন" কথা ছবিৰ কাৰণে লিখা আনন্দি দাসৰ গীত বহুদিন পিছলৈ মানুহৰ মুখত বৈ গৈছিল। সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী, ফণী শৰ্মা, জীৱেশ্বৰ চক্ৰবৰ্ত্তী, প্ৰবীণ ফুকন,ইভা আচাও আদি শিল্পী সকলে অভিনয় কৰা কথাছবিখনৰ চিত্ৰ নাট্য আৰু পৰিচালনা আছিল প্ৰবীণ ফুকন আৰু লক্ষ্যধৰ চৌধুৰীৰ। সঙ্গীত পৰিচালনা কৰিছিল ব্ৰজেন বৰুৱা আৰু ক্ষীৰদা বিষয়াই। বনকোঁৱৰ ৰচিত "লাচিত বৰফুকন" কথাছবিৰ গীতটি—

ওপজা সোণৰ মাটি অ'
মৰো মই তোকে সাৱটি,
চৰণৰ ধূলি এটি দে শিৰতে
আঁচলৰ চেনেহ চাতি এ
চুই যাই মন পথীটি
ভাগৰি জিৰণি লওঁ তোৰ কোঁচতে।
চম্পাবনৰ কঁপনি
আই তোৰে ঐ শুৱনী
পলাশৰ ফুলৰে তোৰে মলয়াত
আই তোৰে ঐ মাততে
গছৰে ঐ ডালতে
অ' কপৌ ফুল হালে জালে
যাদু লাগে গাত।
তৰা ফুল আকাশ চাতি অ'
বিয়াকুল তোৰ ৰূপতে
বুটা তোলে নীলা তোৰ বিহাতে
অ' আমি বাঢ়নী নই
সোঁত চেঙেলীয়া চিত উৰণীয়া

থাকিব নোৱাৰো ৰই
আই তোৰে ঐ বুকুতে
জনমৰে পুৰাতে
দেখিলোযে মিচিকিয়া ওঁঠৰ হাঁহিটি
মৰণৰ বিয়লিতে অ'
পাওঁ যেন সেই হাঁহিটি
মাগিছো আশিস আই চৰণতে।

'পাৰঘাট' কথাছবিত বনকোঁৱৰ ৰচিত গীত—

জেতুকা বোলেৰে বোলাম হাত লাৱণী
কেৰুৰে জিলিকাম কাণ,
ককালত টঙালিমাৰি লৈ লগৰী
কাটিম পথাৰৰে ধান সোণোৱালী
কাটিম পথাৰৰে ধান।
বাতিতে উলিয়াম চেলেং ছুঁকঠীয়া
ফুলে বচা বিহুৱান,
ৰণৰে বেলিকা যামে আগেবাঢ়ি
দেশৰে ৰাখিমে মান যুগমীয়া
দেশৰে ৰাখিমে মান।
বুকুৰে অমিয়া বিলাম মোহনীয়া
সাদৰৰে সন্নিধান,
খোজতে ফুলামে ফুলে সৰলৰে
উলাহত নাচিব প্ৰাণ মতলীয়া
উলাহত নাচিব প্ৰাণ।

'বদন বৰফুকন' কথাছবিৰ গীত—

ৰূপত বঙে চৰা খোজত মাণিক সৰা

পৰ্বতৰ জীয়ৰী অ' আমি ৰূপ কুঁৱৰী,
আমাৰে লগতে যায় যে উমলি
বনৰে কুঁৱৰী অ' আমি ৰূপ কুঁৱৰী !
আমাৰে হিয়াৰ ৰূপালী ঢৌ
ওঁঠৰে অমিয়া মাধুৰী মৌ .
সাগৰে বলিয়া পাবলৈ এবেলি
লবলৈ সাদৰি অ' আমি ৰূপ কুঁৱৰী !
হাতৰে শুৱনী মৃণালৰে খাৰু
কাণত সোণে কলি পদুমৰে কেৰু
আঁচলতে আহি পখিলাৰ জাক
পৰে উৰি উৰি অ' আমি ৰূপ কুঁৱৰী !
চাপৰিৰ বুকুৰে হৰিণীৰ জাক
কোনেনো ধৰিব পাৰে অ' তাক
চাই থাক্ নেলাগে ধৰিব বলিয়া
ৰূপকে সুঁৱৰী অ' আমি ৰূপ কুঁৱৰী !

# মোহন-মালতি

অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰৰ হেতু বনকোঁৱৰ ৰচিত 'মোহন-মালতি' এখন সামাজিক নাটক। ১৯৪৭ চনত নাট্যকাৰ আনন্দি দাসে নিজে প্ৰকাশ কৰা মোহন-মালতি কিতাপ আকাৰে প্ৰকাশ হোৱাৰ পূৰ্বে ১৯৪৬ চনৰ ২৭ মে তাৰিখে কলিকতা অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে প্ৰচাৰ হৈছিল। শ্ৰীযুত কমল নাৰায়ণ চৌধুৰীয়ে নাটক খন পৰিচালনা আৰু প্ৰযোজনা কৰাৰ উপৰি মুখ্য চৰিত্ৰ 'মোহন'ৰ ভাওত অভিনয় কৰিছিল। আন শিল্পী সকল আছিল ক্ৰমে- পুৰুষোত্তম দাস (বৰমেধি), নৰেশ ৰাজখোৱা (গাওঁবুঢ়া), হিতেশ্বৰ মহন্ত (ডাঙৰ ল'ৰা), যোগেশ শৰ্মা (মাজু ল'ৰা), মীৰা চলিহা (মালতি) আৰু ঊষা দেৱী (বংমাই)। গুৱাহাটী পায়নিয়াৰ প্ৰিন্টিং ওৰ্কছত মুদ্ৰিত নাটক 'মোহন-মালতি'ৰ

আন এটি নাম ৰখা হৈছিল 'আমি আৰু নুঘুৰো'।

নাটকৰ 'অৰ্পণ'ত লিখা কথাৰ পৰা আনন্দি দাসৰ পিতৃ খেলাই ৰাম দাস আৰু খেলাই ৰাম দাসৰ পিতৃৰ নাম ভেলাই ৰাম দাস বুলি জানিব পৰা যায়। আনন্দি দাসে দেউতাকৰ প্ৰতিভাৰ কথাও 'অৰ্পণ'ত এইদৰে উল্লেখ কৰিছে— "নগাঁও জিলাৰ পৰম ধৰ্ম্মপ্ৰাণ মহাবৈষ্ণৱ ˚ভেলাই ৰাম ভকতৰ একমাত্ৰ সুযোগ্য সন্তান নানা শাস্ত্ৰ তত্বজ্ঞ, অভিনেতা, নটৰাজ, সঙ্গীতজ্ঞ, ভাস্কৰ শিল্পী, মোৰ জন্ম দাতা আৰু সৎ উপদেশ দাতা পৰম আৰাধ্য স্বৰ্গীয় খেলাই ৰাম দাস পিতৃদেৱৰ শ্ৰীপাদ পদ্মত এই ক্ষুদ্ৰ নাটখনি অন্তৰৰ ভক্তিপুষ্প স্বৰূপে অৰ্পিলো।"

নাটকৰ চৰিত্ৰ মাত্ৰ সাতটি। পিতৃ-মাতৃহীন তেইশ বছৰীয়া মোহন এজন ৰূপক ডেকা। আদবয়সীয়া এজন গাওঁবুঢ়া, চৈধ্য বছৰীয়া গুনগুনী বং, গাভৰু মালতি গাওঁবুঢ়াৰ জীয়েক। গাওঁবুঢ়াৰ দুজন পুত্ৰ। মালতিৰ লগৰী ৰংমাই আৰু ৰৰমেধি হ'ল সত্তৰ বছৰীয়া দাবি-চুলি পকা এজন থূলন্তৰ পুৰুষ।

চমুকৈ নাটকৰ কাহিনী হ'ল— মোহনে গাওঁবুঢ়াৰ ঘৰত চাকৰ খাটিছিল। গাওঁবুঢ়াৰ জীয়ৰী মালতিয়ে সৰুতে মোহনৰ লগতে লুইতৰ পাৰত ওমলিছিল। তাই তাৰ পেপাৰ সুৰদি সুৰ শুনি মুগ্ধ হৈছিল। কিন্তু পিতৃ-মাতৃহীন হৈ মোহনে মালতিহঁতৰ ঘৰৰ সকলো কাম কৰিব লগীয়াত পৰিল। ধল-পুৱাৰে পৰা নিশালৈ তাৰ অবিৰাম কাম। তথাপি মোহনৰ দুখ নুগুছিল। মোহনৰ দুখ উপলব্ধি কৰিছিল একমাত্ৰ মালতিয়ে। নাট্যকাৰে মালতিৰ মুখত দিয়া বচনেই তাৰ আভাস— "(স্বগত) ভাগ্যেখনি বেলি হল পিতাও নাহিল, ককাইহঁতো নাহিল আৰু মোহনো নাহিল। (হুমুনিয়াহ কাঢ়ি) হু-দেহি ঐ, মোহনটোক কথাই পতিয়ে ককাইহঁতে চৰ-ভুকু-কিল শোধাই থাকে। তাৰ যদি মাক বাপেক থাকিলহেঁতেন, সি পৰৰ ঘৰত ভাত এমুঠিৰ কাৰণে চাকৰ খাটিব লাগিলহেঁতেন নে? সি ৰাইজৰ যেই সেই হুভাতেই আগ পুহে আৰ কেতিয়াবা আকৌ পিতাহঁতৰ সমানিও হজ কৰি দি আহে। দেহি ঐ সি দহৰ কাৰণে পৰি মৰে, সি ইমান ভাল, ইমান সুন্দৰ সি মোক কিমান ভাল পায়, কিমান মৰম কৰে। তাৰ দৰে মৰম মই আৰু কাৰো পৰা পোৱা নাই। সিদিনা ভাত এমুঠি সৰহকৈ খোজাত ভাতৰ পাতেই মাজুয়ে গিটো ভুকু শোধালে, তাৰ চকুপানী দেখি মোৰ প্ৰাণে নসহিলে, কলিজা ফাটি গল (উচুপি কান্দে)। যি হয় হব, সি আজি আহি পালেই বুকুৰ মাজত লুকুৱাই লৈ নিহুত লৰালৈ তাক এখন বিহুৱান দিম। তাৰ দুখ দেখিলে মোৰ হিয়া ফাটি যায়, তাক খন্তেক নেদেখিলে থাকিব নোৱাৰো (কান্দে)।" মালতিৰ এই বচনখিনিত তাইৰ মনৰ কথা প্ৰকাশ পালেই।

মোহনেও মালতিৰ মনৰ ভাব বহুদিনৰ পৰা সকলো বুজিছিল। মালতীয়ে সি অহাৰ পিছত বিহুৱানখন দিব খোজাত মোহনে তাইৰ ককায়েকহঁতলৈ ভয় কৰি কৈছে— "মালতি! মোৰ ভাগ্যত বিহুৱান লোৱা ঘটিবনে? সিদিনা শুই উঠাত অকণমান পলম হওতেই ককায়েৰহঁতে কিলোৱা গাৰ বিষ আজিলৈকে গুচা নাই।" কথাখিনি কৈ সি বিহুৱানখন ললে আৰু মালতিৰ গাত ধৰি মৰম কৰিলে।

এনেতে মালতীৰ বাপেক আৰু ককায়েকহঁতে হাটৰপৰা পাণ-তামোল, শাক-পাচলি আদি ভাৰ-ভেটি লৈ ঘৰত সোমাই সেই দৃশ্য দেখা পালে। খঙত উগ্ৰমূৰ্ত্তি হৈ ডাঙৰ লৰাটিয়ে মোহনৰ গলত টিপি ধৰিলে। মাৰ-কিল শোধাই মোহনক নিশা গোহালিৰ পঘাৰে বান্ধি থলে। বদ্ধাবস্থাত গোহালিত বিষত কেঁকাই-গোঁথাই থাকোতে নিশা ভালেখিনি হোৱাত মালতীয়ে হাতত শলিতা এগছি লৈ গোপনে বিছনা-পাটী এৰি আহি মোহনৰ কাষত থিয় হ'ল। বান্ধ খুলি দি মোহনৰ চকুলো মচি দিলে। মালতীৰ মনত বলা ধুমুহা মোহনৰ মনতো বলিবলৈ ধৰিলে। সুন্দৰ জোনাকৰ পোহৰত দুয়ো ক'ৰবালৈ গুচি যাবলৈ ওলাল। কিন্তু যায় কলৈ? যি পিনেই যাব সিপিনেই বিপদ। মোহনৰ জীয়াই থকাৰ ইচ্ছা নোহোৱা হ'ল। জীয়াই থাকিলে সুখ নহব. মালতীও সন্মুখত দেখা বিপদৰ আশঙ্কাত মৃত্যুৱেই শ্ৰেয় বুলি মত প্ৰকাশ কৰিলে। দুয়ো গৈ থাকিল বৰনৈৰ পাৰলৈ। ইপিনে গাওঁবুঢ়াই সাৰ পাই মালতীক শোৱা-পাটীত আৰু মোহনক গোহালিত নেদেখি হুল-স্থুল লগালে। পুত্ৰৰ লগত নৈৰপিনে গৈ দূৰৈৰ পৰা জোনৰ পোহৰত মোহন-মালতীক দেখি ঘুৰি আহিবলৈ চিঞৰিলে। কিন্তু সিহঁত গৈ পোৱাৰ আগেয়ে মোহন-মালতীয়ে লুইতত জাপ দিয়ে।

নাটকত মোহন, মালতী চৰিত্ৰ দুটিক নাট্যকাৰে সুন্দৰকৈ সজাইছে। কহিনীৰ জটিলতা একো নাই। বচনবোৰো সহজ সৰল। নাটখন অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে প্ৰচাৰৰ কাৰণে উপযোগী।

## বৰদৈচিলা

আনন্দি দাস ৰচিত 'বৰদৈচিলা' নৃত্য-নাটিকাখন প্ৰকাশ হয় ১৯৫৬ চনত। নাটিকাত আকাশত উৰিফুৰা বৰদৈচিলাজনীক কল্পনাৰে এজনী জীয়া ৰূপহী গাভৰু সজাই নমাই আনি নাট্যকাৰে অসমৰ বুকুত থৈছে। বিহুৰ বতৰত তাই হিল-দল ভাঙি আহিল অসমৰ বুকুলৈ। মাকৰ ঘৰলৈ। তাইৰ আগমনত মাক-দেউতাক, ককায়েকহঁতৰ

আনন্দত গাত তত্ নাই। বৰদৈচিলাক খুৱাবলৈ মাছ-মঙহ, ঘিউ-মৌ, গাখীৰ-গুৰ বিচাৰি সকলোৱে দিহা-দিহি গ'ল। ৰূপহী বৰদৈচিলা জনীক দেখি বুঢ়া লুইতো ৰঙতে ঢৌ তুলি নাচি মছগুল হ'ল। অসমৰ সকলো শ্ৰেণীৰ লোকৰে মন-প্ৰাণ আনন্দত ফুলি উঠিল। সকলোৱে লগলাগি বিহুতলিলৈ যোৱাৰ বৰ্ণনা কৰি বনকোঁৱৰে লিখিছে- " সৌ দূৰণিৰ বুকুলৈ, অসমত বাস কৰা ওচৰে-পাজৰে থকা জাতি উপজাতি নগা, কছাৰি, অসমীয়া, বঙালী, জাতি বৰ্ণ নিৰ্বিশেষে হিন্দু-মুছলমান সকলোৱেই আনন্দত নাচি বাগি জাকে জাকে হিল-দল ভাঙি উত্ৰাৱল হৈ লানি নিচিগা শাৰীৰে বিহুতলিলৈ যাব ধৰিলে।" বৰদৈচিলাই ৰংমনেৰে মাকৰ ঘৰত সাত বিহু খালে। এনেতে তাইৰ মনত পৰিল গিৰিয়েকলৈ। তাই আকৌ আকাশলৈ উৰা মাৰিলে। বৰদৈচিলাৰ এনে অকস্মাৎ প্ৰস্থানৰ মুহূৰ্ত্তটিক নাট্যকাৰে চমৎকাৰকৈ বৰ্ণাইছে- "একেছাতিয়ে উজটি পিজুটি খাই উত্ৰাৱল হৈ গাৰ বস্ত্ৰ ক'ৰবাত পেলাই হেলাই আউলী বাউলীবেশে চুলি মেলি আকৌ বতাহ-ধুমুহাৰে গছ-গছনিৰে ডাল-মূল ভাঙি-ছিঙি, ঘৰৰ মুধ উৰুৱাই গিৰিয়েকৰ ঘৰ পালেগৈ।"

নাটিকাত সঙ্গীত নিৰ্দেশনাও য'ত যিদৰে প্ৰয়োজন তাক সঠিক ভাবে দেখুৱা হৈছে। বাদ্য যন্ত্ৰত বতাহ ধুমুহাৰ শব্দ বাজি উঠাৰ লগে লগে বৰদৈচিলাজনীক আউলী-বাউলী হৈ নৃত্য কৰি প্ৰস্থান কৰা দেখুৱাইছে। বৰদৈচিলা দুখীয়া স্বামীৰ প্ৰতি থকা গভীৰ প্ৰেমৰ এনে নমুনা দেখি বান্ধৱীহঁতে তাইক ধেমালিৰে জোকাই গীত জুৰিছে—

বৰদৈচিলা অ' বৰদৈচিলা
কেলেই আহিছিলা বৰদৈচিলা
এৰি থৈ দুখীয়া স্বামীৰ পজা;
বাটি ভৰি দুহাতে বৰদৈচিলা
ঘিউ ম'উ খাওতে বৰদৈচিলা
পালা বাৰু এতিয়া কেনে মজা ?

বৰদৈচিলাৰ পাতনি লিখিছে প্ৰাক্তন সংসদী সদস্য স্বৰ্গীয় হেমবৰুৱাদেৱে। নাটকৰ লগতে আনন্দি দাসৰ লগত থকা তেখেতৰ মধুৰ সম্পৰ্কৰ উল্লেখো পাতনিত আছে— "বৰদৈচিলা কাব্য-প্ৰাণ অসমীয়া সমাজৰ কল্পনাৰ জীয়ৰী। মুকলিমুৰীয়া। বৰদৈচিলা নামটো শুনিলেই কিবা মৰম লাগি যায়। উলাহ উপচিপৰা বিহু উৎসৱৰ সংহাৰি দিয়ে বাবেই হয়তো এইলৈ ইমান মৰম লাগে। অসমীয়া প্ৰাণৰ এই ইমান আপোন। তাহানি

সৰুতে আমাৰ আইতাই কোৱা মনত আছে 'বৰদৈচিলা সোৱা মাকৰ ঘৰলৈ আহিছে।' আমাৰ শিশু কল্পনা উঠলি উঠিছিল ; আকাশৰ বুকুত মাকৰ ঘৰলৈ অহা বৰদৈচিলাজনী বিচাৰি চলাথ কৰিছিলো। ধৰা পৰা নাছিল। আনন্দি দাসৰ নৃত্য-নাটিকাত বৰদৈচিলাজনী ধৰা পৰিছে। মিলাই চাইছো। সৰুতে আইতাই কোৱাজনীৰ লগত হুবহু একে। অকণো পাৰ্থক্য নাই। শিল্পী আনন্দিৰাম দাসৰ কথা মনত পৰিলেই মানুহজনৰ প্ৰতি স্বাভাৱিকতে অন্তৰ মৰম আৰু শ্ৰদ্ধাৰে উপচি পৰে। এইয়া আজিৰ কথা নহয়। আমাৰ চিনাকি যিদিনাই হৈছিল সেইদিনাৰ পৰাই। মানুহজন প্ৰকৃত শিল্পী। সেই শিল্পী প্ৰাণৰ পৰিচয় "বৰদৈচিলা"ৰ পাতে পাতে আছে। নৃত্য-নাটিকাখন পঢ়ি আমি আনন্দ পাইছো। যোৱাবেলি বিহুতলিত ইয়াৰ অভিনয়ো দেখিছিলো। আমাৰ বিশ্বাস আমি যিদৰে ভাল পাইছো সেইদৰে আনেও কিতাপখন পঢ়ি বা অভিনয় চাই ভাল পাব।" (গুৱাহাটী, ২৩ মাৰ্চ, ১৯৫৬ চন)।

১৯৫৫ চনৰ ১৪ আৰু ১৬ এপ্ৰিলত "গুৱাহাটী বিহু সন্মিলনী"ত নৃত্য-নাটিকাখনৰ মঞ্চৰূপ দিয়া হৈছিল। আনন্দি দাসে নিজে পৰিচালনা কৰা নাটিকাখনত অংশ গ্ৰহণ কৰা আন শিল্পী সকল আছিল- জোনা বৰুৱা বি-এ (নৃত্য পৰিচালনা), অমূল্য সৰকাৰ আৰু জগদীশ শৰ্মা (সঙ্গীত পৰিচালনা), মোহন যোগী, নেপাল দুৱৰা, নেপাল দত্ত, বিজয় তালুকদাৰ, দীলিপ দাস, ৰাণা হাজৰিকা, সতীশ দাস, দুলাল দাস, অমূল্য সৰকাৰ আৰু জগদীশ শৰ্মা (যন্ত্ৰ সঙ্গীত), দীলিপ দাস, শঙ্কৰ দাস, নৰকুমাৰ অধিকাৰী, অশ্বিনী দাস, ৰুবি হাজৰিকা, ৰেজিয়া বেগম, মৃদুলা দাস, তুলিকা দাস, প্ৰণতি দাস, জগদীশ শৰ্মা, আনন্দিৰাম দাস (কণ্ঠ সঙ্গীত) আৰু অভিনয় ক্ৰমে মায়াৰাণী দাস (বৰদৈচিলা), অঞ্জলী মেধি (জোঁৱাই লৰা), হিৰণ বৰা, জলী বৰুৱা, গায়ত্ৰী আগৰৱালা, নিৰ্মালি বৰদলৈ, নীলিমা দাস, মামনী বৰুৱা (লগৰী সকল)। নাটিকাৰ ঘোষকদ্বয় উপেন্দ্ৰজিৎ শৰ্মা আৰু ডম্বৰুধৰ দাস।

আকাসবাণী গুৱাহাটী কেন্দ্ৰৰ জৰিয়তেও ১৯৫৫ চনৰ ১৫ এপ্ৰিল তাৰিখে বৰদৈচিলা নৃত্য-নাটিকাখনৰ প্ৰচাৰ কৰা হৈছিল।

## সেউজীয়া পাতে পাতে

আনন্দি দাসৰ 'সেউজীয়া পাতে পাতে' নৃত্য-নাটিকাখনো ১৯৫৭ চনৰ ১৩ আৰু ১৬ এপ্ৰিল তাৰিখে গুৱাহাটী নিউ আৰ্ট প্লেয়াৰ্চৰ প্ৰযোজনাত 'গুৱাহাটী বিহু সন্মিলনী'ত প্ৰথম মঞ্চস্থ কৰা হৈছিল। শিল্পীদ্বয় ৰমেণ বৰুৱা আৰু জগদীশ শৰ্মাৰ সুৰ

সংযোজনাত মঞ্চস্থ হোৱা নাটিকাখনত নিপুণ শিল্পী সকলে অংশ গ্ৰহণ কৰিছিল আৰু ইয়াৰ মঞ্চৰূপে দৰ্শকক মুগ্ধ কৰিবলৈ সক্ষম হৈছিল।

বিহু উৎসৱ উপলক্ষে ৰচিত নাটিকাখনত বহাগৰ শুৱনী বিহুই অসমীয়াৰ প্ৰাণত কিদৰে নতুন আশাৰ, নতুন ভাবাৰ, নতুন সপোনৰ বীজ সিঁচি দিয়ে তাক দেখুওৱা হৈছে। ঢোল-তাল, টকা-পেঁপা, বিহু নাচ-গীতৰ মধুৰ ধ্বনীত কেৱল যে অসমৰ বিহুতলিবোৰহে মুখৰিত হয় এনে নহয় মৰা কলংখনীও জী উঠে। ৰংদৈ, ৰঙিলী, ৰগীতৰা মাণিকী বাইহঁতে উলাহতে নাচে। কেতেকীয়ে পাহি পিন্ধায়। নাহৰে চুমাটি খায়। গাৱঁৰ ভাই ভনীয়ে ৰঙতে হেপাহ পলুৱাই ইজনে সিজনৰ মুখলৈ ৰ' লাগি চায়। লুইতখনেও ৰঙতে বিজিয়ায়। তাকে দেখি ককাদেউতা আৰু বুঢ়ী-আইয়ে উলাহতে নাচে কঁকাল ঘূৰাই। আনন্দত চাপৰি বজায়। এনে মনোমোহা পৰিবেশ গঢ়ি তুলিবলৈ নাটিকাত বনকোঁৱৰে সন্নিবিষ্ট কৰিছে গীত এটি এনেদৰে–

অ' বুঢ়ী আয়ো ওলালে ককাদেউতাৰে
ৰঙতে চাপৰি বায় ;
এ মৰা কলংখন জীয়া হৈ উঠিলে
বিহুৰে গোন্ধে ঐ পাই।।

গীত নৃত্যৰ ছেৱে ছেৱে শিপিনী জীয়ৰী-বোৱাৰী সকলক মঞ্চত নচুৱাইছে আৰু লগতে উঘা লেটাই, চেৰেকী পাতি বাটি কৰা, তাঁত বোৱা আদি প্ৰদৰ্শন কৰি সোঁৱৰাই দিছে অসমীয়া নাৰী সকলে নিজে সুতা কাতি, কাপোৰ বৈ ৰণুৱাৰ সাজ তৈয়াৰ কৰা সেই গৌৰৱময় ইতিহাসৰ কথা। মনত পেলাই দিছে– বিহুৰ বজাৰত পোৱা তামোল-পাণ, গাখীৰ-গুৰ, কল-চাউল, তিল, নাৰিকল আদি উভেনদী বস্তুৰ কথা ; ডাঙৰে সৰুক আশীৰ্বাদ দিয়া আৰু সৰুই ডাঙৰক ভক্তিৰে ভৰি চুই সেৱা কৰা আদি কথা। নাটিকাখনত ৰগৰ কৰিবলৈও পাহৰা নাই বনকোঁৱৰে। বিহু বুলি জোঁৱাই ল'ৰাই শহুৰ-শাহুৰেকৰ পৰা পোৱা মৰম আদৰৰ সৰস বৰ্ণনা এটি যোৱকৰ মুখত এনেদৰে দিয়া আছে- "(নাচি নাচি জোঁৱাই ল'ৰাৰ প্ৰৱেশ) অহা বছৰ বহাগত বিয়াৰ খটিয়া ঠিক কৰি থৈ যোৱা আমাৰ চেনেহৰ ভনীটিৰ পৰা—অতিকৈ চেনেহৰ ফুলবছা বিহুৱানখন পাবলৈ

আমাৰেই গাঁৱৰ জোঁৱাই ল'ৰাই ভনীটিৰ পদূলীমুখত কেইবাৰনো অহা-যোৱা নকৰিছে। উস্ ৰাম! দেখিছানে তাৰ পৰাক্রমটো। কাইলৈ বিহু বুলি দূপৰীয়া ছেগ বুজি শহুৰ-শাহুৰেকক সেৱা কৰিবলৈ আহিবইতো। তেতিয়াও পাব আয়ে দিয়া এখনি আশীর্বাদ সহ বিহুৱান, বৌটিয়েও দিয়ক এখন, খুৰীদেৱেও দিয়ক এখন– আৰু অঙহী-বঙহী কতই দিব! হে প্রভূ! একে বাৰতে ইমান সোপা! তাৰ উপৰি ভাৰ বান্ধি নিব নোৱাৰাকৈ দিয়া মৰম চেনেহবোৰ! কি কৰিব হেজাৰ হওক জোঁৱাই ল'ৰা!"

নৃত্য-নাতিকাখনৰ পাতনি লিখিছিল ড° মহেশ্বৰ নেওগদেৱে এইদৰে– "এইবাৰ গুৱাহাটীৰ বিহু-তলিত প্রসিদ্ধ গায়ক আৰু সুৰকাৰ শ্রীযুত আনন্দি ৰাম দাসৰ "সেউজীয়া পাতে পাতে" গীত-নৃত্য-কথাৰ আলেখ্যখনি গুৱাহটীয়া ল'ৰা-ছোৱালীহঁতে ৰূপায়িত কৰা চাইছিলো। দুদিন সন্ধিয়া সেই ৰূপায়ন হৈছিল। শৰীৰৰ লয়লাস, ৰূপ-সজ্জাৰ লাহ-বাহ আৰু সুৰৰ লহৰীৰ ৰসায়নত সেই ৰূপায়ন মধুৰ হৈ উঠিছিল। এতিয়া আকৌ আলেখ্যখনি পঢ়ি চালো। ভাল লাগিল। অসমীয়া জাতি বিহু প্রাণ– এই বিশ্বাসটি লেখাখনিৰ ছত্রে ছত্রে প্রকাশ পাইছে। বসন্তক লগ কৰি অহা বিহুৰ পৰশত প্রকৃতি মুঞ্জৰি উঠে, অসমীয়াৰ বিহু-বলিয়া মনটোও। শুকান পুৰণি গছৰ ডালে নতুন সেউজীয়া জীৱনৰ সঁহাৰি দিয়ে। নতুন সেউজীয়া জীৱনক উদগোৱা বসন্তৰ বতাহে, পুনৰ বৰযুণ ছাটিয়ে নতুন শস্যৰ আগমনৰ আগ বতৰা দি জীৱনক জীপ দি তোলে, জীৱন আৰু যৌৱনৰ জয়-গানেৰে প্রাণক মতলীয়া কৰি তোলে। এয়ে যুগে যুগে বিহুৱে আহি কৈ দিয়া পুৰণিত ন বোল ৰঙোৱা বিহুৰ বতৰা। ডেকা-গাভৰুৰ কথাকে নকওঁ, বুঢ়াৰ প্রাণেও সেই বতৰালৈ কাণ উলিয়াই থাকে। আজি নতুন যুগ আহিছে, নতুন সুৰ বাজিছে। আনফালে আকৌ বিহু বলিয়া প্রাণত নতুন পীড়নৰ যেন ঢাকনি পৰিছে। ইয়াৰ মাজতো পুৰণি প্রাণময় জীৱনটো যেন শিপাৰ মাজত সোমাই নিজৰ দিনবোৰৰ প্রভাতলৈ বাট চাই আছে। মৰণৰ পীড়নতো সুৰময় প্রাণে জীৱনৰ সন্ধান বিচাৰি আছে। বীণ বৰাগীৰ সুৰত সেই প্রাণে যেন চিঞঁৰি ক'ব লাগিছে–

বিচাৰোঁ হ'বলৈ মেয়ো সেউজীয়া

মৰি মৰি দুবৰি বন ;

আহোঁতে যাওঁতে পাম সেন্দুৰীয়া

চৰণৰ পৰশ কণ

শ্ৰীযুত দাসৰ আলেখ্যৰ মাজেদি বিহুৱে যেন কৈছে- "মই আছো, মই আছো, মৰা-মুজা সকলোকে প্ৰাণৰ বাতৰি দিবলৈ মই আছো।" এই বাণী যেন সাৰ্থক হয়।" (গুৱাহাটী, ব'হাগ, ১৮৬৯)।

# কেঁচাসোণ ভৈয়ামত পায়

এইখন কাল্পনিক বুৰঞ্জীমূলক নৃত্য-নাটিকা। ৰচনা কাল ১৯৫৭ চনৰ ৯ জুলাই। বহুবাৰ অভিনীত হোৱা নাটিকাখনৰ জৰিয়তে বনকোঁৱৰে নগা আৰু অসমীয়া সকলৰ মাজত মধুৰ সম্বন্ধ প্ৰকাশ কৰিব বিচাৰিছে। নাটিকাৰ চৰিত্ৰ সমূহ হ'ল— নগা ৰজা, কেঁচাসোন (ছদ্মবেশী আহোম ৰজাৰ ল'ৰা) জাংফাই (নগা ৰজাৰ জীয়েক), নাগিনীহঁত, প্ৰহৰীসকল, নগাসকল, ভৈয়ামৰ ডা-ডাঙৰীয়া আৰু কৃষক সকল। ইয়াৰ কাহিনী— জাংফাই মাজে সময়ে ভৈয়ামৰ দিখৌ পাৰৰ সেউজীয়া পথাৰলৈ আহে আলু-কচু তুলিবলৈ। আহি লগৰী গাভৰু নাগিনীহঁতৰ লগত গায়—

অ' দূৰণিৰে ৰিণি ৰিণি দূৰণিৰে ৰিণি

ওখ ওখ পৰ্বতৰ টিং

হৰিণীয়ে ভাঙিলে শিলতে খুন্দিয়াই

কপালৰ গুৱনী শিং।

ইপিনে ভৈয়ামৰ ডেকা ল'ৰা কেঁচাসোণেও সমনীয়া বন্ধুসকলৰ লগত দুপৰীয়া দিখৌত গা-পা ধুবে। একেখন পথাৰতে গৰু মেলি দি বুঢ়া আহত জোপাৰ তলত জিৰণি লয়। সিপিনে জাংফাইৰ মুখৰ পৰা ভাহি আহে বনগীতৰ সুৰ—

অ' কেঁচা সোণ

কেঁচা সোণ ভৈয়ামত পায়;

কেঁচা সোণে ইহৰাই কেঁচা সোণে কন্দুৱাই

কেঁচা সোণে বিহুগীত গায়

বৈ বৈ পেঁপাটি বায় ;

কেঁচা সোণে খচৰা পথাৰৰে চপৰা

বুটলি কোনে লৈ যায়

কেঁচা সোণ ভৈয়ামত পায়।

সোণৰে মাদলি অ' মইনা পাইছোঁ পাইছোঁ অ' মইনা

ৰূপৰে মাদলি অ' মইনা পাইছোঁ পাইছোঁ অ' মইনা

হিয়াৰ মাজতে থ'ম লুকুৱাই

হিয়াখনি জিলিকায়

কেঁচা সোণে খচকা পথাৰৰে চপৰা

বুটলি কোনে লৈ যায়

কেঁচা সোণ ভৈয়ামত পায়।

নাগিনী জাংফাইলৈ কেঁচাসোণৰ মোহ লাগিছিল কিন্তু গাত চেকা লগা ভয়ত সি গৰু খেদাৰ ছলেৰে হলেও মাতে- "হেই হেই ঘুৰি আহ, ঘুৰি আহ দেখিছানে, দেখিছানে কলৈ মৰিবলৈ গৈছে।"

জাংফাই মাউৰী ছোৱালী। নগা ৰজাই দ্বিতীয় বিবাহ নকৰিলে। ৰজাই তাইক বৰ মৰম কৰে কিন্তু উপযুক্ত দৰা বিচাৰি পোৱা নাই। ইপিনে জাংফায়েযে কেঁচা সোণৰ চিন্তাত মগ্ন ৰজাই সেই কথা নেজানে। তাই টোপনিতে কেতিয়াবা কৈ উঠে "কেঁচাসোণ ভৈয়ামত পায়।" চিন্তাত ছট্‌ফটাই তাই গায়–

ফুলৰে ডালতে অ' মইনা

ফুলে নুফুলিলে অ' মইনা

মিছাতে পেলালে কলি কুমলীয়া

মিছাতে পেলালে কলি ;

থোপা ভৰি ভৰি অ' মইনা

পিন্ধিব নেপালো অ' মইনা

কেলেই পিতাদেউ ৰুলি আনি পুলি ঐ

কেলেই পিতাদেউ ৰুলি?

কেঁচাসোণেও মন বান্ধিব নোৱাৰি জাংফাইক পাবলৈ নগা পৰ্বতলৈ যায়। কেঁচাসোণৰ গোন্ধ পাই তাইৰ টোপনি হেৰাল। টোপনি হেৰুৱাই কেঁচাসোণক পালে। কিন্তু নগা ৰজাৰ প্ৰহৰীৰ চকুত ধৰা পৰিল দুয়ো। প্ৰহৰীহঁতে কেঁচাসোণক হত্যা কৰিবলৈ পাছে পাছে খেদিলে। প্ৰথম কুকুৰাৰ ডাকত ৰজাৰো টোপনি ভাঙিল। পিছত বিচাৰ হ'ল। ৰজাই কেঁচাসোণক ভৈয়ামৰ ৰজাৰ ল'ৰা বুলি জানিব পাৰি আনন্দ মনে তাৰ লগত জীয়েকক বিয়া দিলে। বিয়া দিয়েই এৰা নাই, ৰজাই নিজৰ মুকুট কেঁচাসোণৰ মুৰত পিন্ধাই তাক ৰজা পাতিলে। জাংফাই হ'ল ৰাণী। জীয়েকক বিয়া দি নগা ৰজাই পৰ্বত-ভৈয়ামৰ মাজত চিৰদিন যাতে শান্তি-সম্প্ৰীতি অতুট থাকে তাকে কমনা কৰি জীয়েকক কলে– "আই, তোৰ সপোন ফলিল। সঁচাকৈয়ে ভৈয়াম মোৰ তেনেই আপোন। চা–এবাৰ চাই ল। ভৈয়ামৰ কাৰণে মোৰ বুকুৰ তেজ বোৱাই দিলোঁ,– বৈ যাওঁক চেনেহৰ চিন স্বৰূপে– গাঁৱে-ভূঁয়ে, ঘৰে-ঘৰে, চোতালে-চোতালে আৰু নগৰে-চহৰে। নগাই প্ৰাণ দিব প্ৰতি অসমীয়াৰ কাৰণে আৰু অসমৰ বাবে।"

# শৰত যেতিয়া আহে

১৯৫৫ চনত প্ৰকাশিত 'শৰত যেতিয়া আহে' নৃত্য-নাটিকাখন প্ৰকাশৰ পূৰ্বে ১৯৫৪ চনৰ ২৪ অক্টোবৰ তাৰিখে পুৱা ৮-৩০ বজাত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ প্ৰাঙ্গণত অনুষ্ঠিত শিশু মহোৎসৱ উপলক্ষে প্ৰদৰ্শন কৰা হৈছিল আৰু অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে প্ৰচাৰো কৰা হৈছিল। মহোৎসৱৰ প্ৰধান অতিথি আছিল অসমৰ প্ৰাক্তন মূখ্যমন্ত্ৰী স্বৰ্গীয় বিষ্ণুৰাম মেধি। মেধি ডাঙৰীয়াই নাটিকাখনৰ অভিনয় দেখি মুগ্ধ হৈ ভাষণ প্ৰসঙ্গত কৈছিল– "মৰমৰ অকণিহঁত, তোমালোকৰ এই নৃত্য গীতে মোক সচাকৈয়ে মুগ্ধ কৰিছে। মই তিনি বছৰৰ পিছতেই টেলিভিছনৰ ব্যৱস্থা কৰিম।" (উক্তিটো নৃত্য-নাটিকাত থকা বনকোঁৱৰৰ নিজহাতে লিখা টোকাৰ পৰা লোৱা)। নাটিকাখনৰ অভিনয়াত নৃত্য পৰিচালনা কৰিছিল শিল্পী মুকুল বৰুৱাই।

নাটিকাখনত বাৰিষা, শৰত, মলয়া, দূবৰি, ফুল, পখিলা, অকণি আদি একো

একোটি সুন্দৰ চৰিত্ৰ। গীত প্ৰধান নাটিকাখনত বিশেষকৈ বৰ্ষা আৰু শৰত কালৰ ছবি অঙ্কিত কৰা হৈছে। আকাশত মেঘৰ গৰ্জ্জন আৰু ধৰাৰ বুকুত বাৰিষাৰ প্লাৱন। বাৰিষাই এনে সময়তে মঞ্চলৈ নাচি নাচি আহি গায়—

মই প্ৰচণ্ড অতি মহা শকতিৰ

ধাৰাসাৰ বান বাৰিষাৰ ;

দুৰু দুৰু কম্পিত হিয়াৰ

গুৰু গুৰু গৰজন শঙ্কা।

আজি শৰতৰ আগমনী

নাচে পুলকে দ্যুলোকে ধৰণী

বাজে বিদায়ৰ ডঙ্কা।

বৰ্ষাৰ পিছত শৰত আহিল। পুবাৰ মলয়াছাটিয়ে শেৱালি, বকুল, গুলঞ্চি, জাঁই-যুতি মালতিহঁতক শৰতৰ আগমনৰ বতৰা দিলে। এই বাতৰি অকণিহঁতেও পালে। নাটিকাখনিত অসম বননিত ফুলা ফুলবোৰক আৰু শৰতৰ ৰূপালী জেউতি লৈ উৰি ফুৰা পখিলা জাককো মঞ্চলৈ অনা হৈছে। দুবৰিও বাদ পৰা নাই। বকুল, শেৱালি, পখিলা, দুবৰিক সজাই-পৰাই নচুৱাইছে। বকুল আৰু শেৱালি ফুলে মঞ্চলৈ আহি নাচি নাচি গায়—

অ' আহি পালে মৰতৰ শৰতৰ সভালৈ

বোকাচাত পৱনৰ মলয়ানো বা-ই ;

উঠা সখী মালতী টগৰে জাঁয়ে যুতি

আনো হিয়াৰে আগে বঢ়াই

গোন্ধৰে শৰাই।

পখিলাৰ জাকে সেইদৰে গায়—

আমি যে ঐ পখিলী বতৃতেনো ওলাইছো

হালিজালি গা নচুৱাই ;

উজলি ঐ বিজুলী ৰূপালীনো সোণালী

পাখিতে ৰঙে বোলাই।

দুবৰিয়েও নাচি নাচি গায়—

অ' নাচে নাচে নাচে মোৰে হিয়াৰ কুমলীয়া

দুবৰি ঐ সেউজীয়া

ফুলে বাৰে বৰণীয়া গোন্ধে মনে মতলীয়া গছে গছে।

সেউজী দলিচা অ' সেউজী দলিচা

হিয়াতে মোৰ পাতি থোৱা আছে

দিয়া বিলাই মৰম হিয়াৰ সাঁচে সাঁচে।

# কেতেকীৰ বিয়া

এই নৃত্য-নাটিকা বনকোঁৱৰে ৰচনা কৰিছিল ১৯৫৮ চনৰ ২ এপ্ৰিলত। একেখন গাঁৱৰে কুমলীয়া নাহৰ আৰু গাভৰু কেতেকী দুয়ো কিদৰে ফুলহৈ জনম লভিলে তাৰ নিখুঁত বৰ্ণনা কৰিছে 'কেতেকীৰ বিয়া' নৃত্য-নাটিকাখনত। নাহৰে নৈৰ পাৰত পেঁপা বজাই ৰংমনে নাচে। ককালত কলহটি লৈ কেতেকীয়েও নৈৰ ঘাটলৈ যায় পানী আনিবলৈ। পানী অনাৰ ছলেৰে তাই বিৰিণাৰ আঁৰে আঁৰে নাহৰ মইনাক চায় সি কৰবই নোৱাৰে। এবাৰ কেতেকীয়ে চকু টিপিয়াই হাতৰ মুদ্ৰাৰে মইনাক মাতি থাকোতে তেনে ইঙ্গিত নাহৰে বুজি পাই সিও তাইক চকু টিপিয়াই মাতিলে কিন্তু তাতেই খঙত উগ্ৰ মূৰ্ত্তি ধাৰণ কৰি কেতেকীয়ে খেদি গৈ নাহৰক মাৰ-ধৰ কৰি গুচি গ'ল. নাহৰে কান্দি কান্দি একে নামৰ নাহৰ গছ এজোপাৰ তলত গৈ বহিল। গছজোপাই তাৰ দুখত হুমুনিয়াহ কাঢ়িলে। পিছত নিজৰ ভুল বুজি কেতেকীয়েও অনুতাপ কৰিলে আৰু পুনৰ উভতি আহি নাহৰক চুমা খাই শান্তনা দিলে। তাই যোৱাৰ পিছত বুঢ়া নাহৰ গছজোপাই নাহৰ মইনাক চিৰদিনৰ কাৰণে সাবটি ললে। কেতেকী আকৌ আহিল এইবাৰ নাহৰক স্বামী বৰণ কৰিবলৈ কিন্তু তাক দেখা নেপাই আউলী-বাউলী হৈ পৰিল। তাইৰ দুখ সহিব নোৱাৰি নাহৰ জোপাই নিজৰ ডাল পাতত তাই গাঁথি অনা মালাধাৰী পিন্ধাই দি নাহৰ মইনাক স্বামী বৰণ কৰিবলৈ উপদেশ দিলে। উপদেশ ক্ৰমে হালিপৰা ডাল এটিত মালা পিন্ধাই দিলে আৰু গছ জোপাৰ কাষতে নিজে কেতেকী ফুলহৈ থাকিবলৈ ললে। নাহৰ

মইনাও একেলগে ফুলহে ৰ'ল।

নাট্যকাৰে নাহৰ আৰু কেতেকীক অসমীয়া জাতিৰ প্ৰাণ স্বৰূপ বুলি নৃত্য-নাটিকাৰ শেষত ঘোষকৰ মুখত দিয়া বচনত প্ৰকাশ কৰিছে– "আমি আমাৰ গাঁৱৰ, আমাৰ সমাজৰ দুটি প্ৰাণী হেৰুৱায়ো হেৰুৱা নাই- পাই থাকিম চিৰদিন- চিৰকাল অসমীয়া জাতি জীয়াই থাকে মানে নাহৰ কেতেকীৰ মৃদু আৰু উতলা গোন্ধ। দেখি থাকিম অসম কানন ভূমিৰ পৰ্বতে ভৈয়ামে ফুলি থকা অলেখ নাহৰ আৰু কেতেকী। নাহৰ কেতেকী জীয়াই থাকে মানে অসমীয়া জাতিও জীয়াই থাকিব।"

এই খন নৃত্য-নাটিকাৰ গীতৰ লালিত্যও হৃদয় পৰশা। প্ৰথম দৃশ্যত কেতেকীয়ে বিৰিণাৰ আঁৰৰ পৰা চকুটিপিয়াই মাতোতে নাহৰ মইনাই তাইক জোকাই গোৱা গীত এয়া–

লুইতৰে বালি অ' আইটি লীলাংলাং
বগী ঢকে ঢকী অ' আইটি লীলাংলাং
কাছই কণী পাৰে লেখি ;
অ' গাত জুই জলিছে অ' আইটি লীলাংলাং
সৰিয়হ ফুটিছে অ' আইটি লীলাংলাং
তোমাক পানী ঘাটত দেখি আইটি লীলাংলাং
দেখিলেই মই ভালে পাং
মাতিলে মই লগতে যাং

নাহৰ আৰু কেতেকীৰ মাজৰ ভালপোৱা চিৰদিনৰ কাৰণে অমৰ প্ৰেমত পৰিণত হৈ থাকক– এয়া যেন প্ৰাকৃতিয়েও বাঞ্ছা কৰিছে। এই মূল আদৰ্শকে নাটিকাত প্ৰদৰ্শন কৰা হৈছে। কল্পনাৰ ৰহণ সানি বনকোঁৱৰে সমাজৰ দুটি প্ৰাণীক এনেদৰে মনোৰম পুষ্প কাননত স্থান দিলে। তেখেতৰ প্ৰখৰ কল্পনা শক্তি সঁচাকৈয়ে বিস্ময়কৰ।

## কিৰীলি যেতিয়া মাৰে

এইখনো নৃত্য-নাটিকা প্ৰকাশ হৈছিল ১৯৬০ চনৰ ৮ এপ্ৰিল 'অসম বাণী' কাকতত। নাটিকাখন নিচেই সৰু অথচ ইয়াতেই গীতৰ সংখ্যা ৮ টি। চেনেহ-চেনেহী, লুইত কুঁৱৰী, নৈ, জান, জুৰি, চেনেহীৰ ককায়েক, দেউতাক, আইতাক আদি নাটিকাখনৰ

প্ৰধান চৰিত্ৰ। লুইতৰ পাৰত গীতৰ সুৰে সুৰে নৃত্যৰ ছন্দে ছন্দে চেনেহীয়ে কাপোৰ খুই থকা দৃশ্যৰে নাটিকা আৰম্ভ হৈছে। আনপিনে নৈত নাও বাই যায় চেনায়ে। কাপোৰত আঁচোৰ মৰাৰ ছলেৰে চেনেহীয়ে চেনাইক আৰু বঠা মাৰি চেনাইয়ে চেনেহীৰ পিনে একে থৰে চায়। সিহঁতৰ ৰং চাই লুইতেও ৰঙতে কিৰিলি মাৰি উঠে। নাও বাই যেতিয়া চেনাই অদৃশ্য হয় তেতিয়া চিৰিপ্ চিৰিপ্ কৈ কাপোৰ খুই থকা চেনেহীৰ চেনাইলৈ ঘনে ঘনে মনত পৰে। ফুলকটা কলহটি চেনেহীয়ে তাইৰ কোমল কঙ্কালটিত লৈ লুইতলৈ আহি থাকে পানী নিবলৈ। চেনাইও পিছে নহাকৈ নেথাকে। এদিন চেনেহীয়ে চেনাইক বিহুৱান এখনো দিলে গোপনে। ফুলাম বিহুৱানখন পাই চেনাইৰ বুকুখনো ফুলি উঠিল। দুয়োৰো মাজত কথাও হ'ল ভালেখিনি। লুইতক সাক্ষী ৰখি পণ কৰিলে- দুয়ো এইবাৰ বিহুত পলাবই। সিহঁতৰ পণ সফল হোৱাৰ কামনাৰে লুইতখনেও ঢৌ তুলি আশীৰ্ব্বাদ দিলে। বিহু আহিল। লুইতৰ পাৰে পাৰে দুয়ো পলাল। চেনেহীৰ ককায়েকহঁতে দুয়োকো খেদি আহিল। ইপিনে গাঁৱৰ ককাদেউতা আৰু আইতাহঁতৰো বিহুগীতৰ সুৰ আৰু ঢোলৰ কোব শুনি গা-মন সাতখন আঠখন লাগি আছিল। এনে সময়তে চেনেহী-চেনাই গৈ সিহঁতৰ ভৰিত পৰিল আশ্ৰয় বিচাৰি। চেনেহীৰ ককায়েকহঁতো আহি পালে। ইতিমধ্যে ককাদেউতাক আইতাকে দুয়োৰো মন বুজি চেনেহী-চেনাইৰ মাজত বিবাহ পাতি দিলে। ককায়েকহঁতে সমাজৰ কট্ কটীয়া বান্ধোনৰ কথা উল্লেখ কৰি বিবাহ কাৰ্য হব নোৱাৰে বুলি জোৰ দি ধৰা দেখি ককাদেউতাকে নিজেই আইতাকক তেনেদৰে আনিছে বিবাহ পতা বুলি ক'লে– "হেই বোলা এই অমুকায়ো জুৰমন বৰাৰ জীয়েক এই আইতায়েৰাক মনে-পিতে খোৱাত বিহুতলিৰ পৰা পলাই পতাহে সংসাৰখন।"

এই বৰ লুইতৰ কাৰণেই অসমীয়া মনবোৰো বৰ বিশাল— বৰ উদাৰ হব পাৰিছে। নৃত্য-নাটিকাখনৰ মূল সুৰ যেন এয়াই। কৌটিকলীয়া বুঢ়া লুইতৰ দুয়োপাৰে অসমৰ সোণগজা পথাৰে পথাৰে আৰু বিহুতলিবোৰত যুগ যুগ ধৰি কতজনৰ বিৰহ, বিচ্ছেদ, মিলনৰ উৎপত্তি আৰু পৰিসমাপ্তি ঘটিছে তাৰ লেখ-জোখ নাই। লুইতখনে অসমীয়া জাতিটোক অনেক সুযোগ দিছে কিন্তু সেই সুযোগ যদি জাতিয়ে গ্ৰহণ কৰিব নেজানে তেতিয়া লুইতখনেও খড়্গৰ ডমৰুত প্ৰবল বানেৰে জাতিৰ বুকুলৈ দুৰ্যোগ মাতি আনে। আনপিনে এনেদৰে শিকাই পুনৰ লুইতে কিৰীলি মাৰি অসমীয়া মনবোৰ উৎসাহিত কৰে। অসমীয়াৰ মনে-প্ৰাণে আনন্দৰ জোৱাৰ তোলে। ঢৌৱে ঢৌৱে ঢৌ তুলি লুইতেও ৰঙৰ পোহৰ মেলে।

লুইতকুঁৱৰী, সৰু সৰু নৈ, জান, জুৰিবোৰকো সজাই-পৰাই মঞ্চত নচুৱাই দৰ্শকক আমোদ দিবলৈ কৰা বনকোঁৱৰৰ এনে প্ৰচেষ্টা নিশ্চয় ফলদায়ক আৰু শলাগিবলগীয়া।

# আদৰ্শ ঘৰ

'আদৰ্শ ঘৰ' বনকোঁৱৰৰ ৰচিত আন এখন শিশু নাটিকা। ৰচনা কাল ১৯৬২ চনৰ জুলাই মাহ। 'অসমৰ শিক্ষক শিক্ষয়িত্ৰী সকলৰ পবিত্ৰ স্মৃতিত' অৰ্পণ কৰা এই নাটিকাখন শিল্পী দেবেন্দ্ৰ নাথ শৰ্মাৰ অনুৰোধ ক্ৰমে লিখা বুলি নাট্যকাৰে 'লিখকৰ অলপ' কথাত উল্লেখ কৰিছে।

নাটিকাখনৰ চৰিত্ৰ মাত্ৰ ৫ টি। নগৰৰ সম্ভ্ৰান্তলোক মহেন্দ্ৰ বৰুৱা, বৰুৱাৰ ন বছৰীয়া ল'ৰা অকণ, সাত বছৰীয়া ছোৱালী মামনী, ঘৰুৱা চাকৰ মঙ্গলু আৰু পিয়ন। এই কেইটি চৰিত্ৰৰ জৰিয়তে আনন্দিৰাম দাসে এখন আদৰ্শ ঘৰ দৰ্শকৰ সন্মুখত দাঙি ধৰিবলৈ যত্ন কৰিছে। অকণ অকণি ছাত্ৰ-ছাত্ৰী সকলক সু-শিক্ষাৰে শিক্ষিত কৰাৰ ক্ষেত্ৰত শিক্ষক-শিক্ষয়িত্ৰী সকলৰ যিদৰে মহান দায়িত্ব আছে সেইদৰে পিতৃ-মাতৃৰো পালনীয় কৰ্ত্তব্য আছে। বিদ্যালয়ত কি কৰিলে বা কি কি শিকিলে ইত্যাদি কথা ছাত্ৰ-ছাত্ৰীয়ে ঘৰ আহি পালে মাক-দেউতাকে সোধ-পোচ কৰি চাব লাগে। কিবা ভুল কৰা দেখিলে সেয়া যাতে পুনৰ নকৰে সেই কথা বুজাই দিব পৰা ক্ষমতা পিতৃ-মাতৃৰ থাকিব লাগে। ইয়াকে কৰা হলে তেনে ঘৰৰ ল'ৰা-ছোৱালী সহজে বিপথগামী হব নোৱাৰে।

আমাৰ সমাজত এনে বহু কোমলমতীয়া ল'ৰা-ছোৱালী আছে যিসকলে আগ-গুৰি নোহোৱা কথা কেতিয়াবা তৎক্ষণাত কৈ পেলায়। মনৰ আনন্দত যি মন যায় তাকে গায়। মহেন্দ্ৰ বৰুৱাৰ ন বছৰীয়া ল'ৰা অকণেও পঢ়া-শুনা কৰি থকাৰ সময়ত এবাৰ গালে–

ইচিক দানা পিছিক দানা,
দানায় উপৰ দানা, পিছিক দানা
লেৰ্কা উপৰ লেৰ্কী নাচে
লেৰকা হৈ দিৱানা পিছিক দানা

এখন হিন্দী কথাছবিৰ এই পুৰণি গীতটি বহুতৰ মুখত বাটে-পথে গুণগুণাই গোৱা শুনা গৈছিল। যিহওক, সদাসতৰ্ক মহেন্দ্ৰ বৰুৱাই নিজপুত্ৰ অকণক এই গীতটি ক'ত শিকিলে সুধিলে। উত্তৰত অকণে ক'লে যে ওচৰৰে সোণটিহঁতৰ বাইদেৱেকৰ বিয়াত লাউড্ স্পীকাৰত গীতটি শুনিছে। নাট্যকাৰে অকণৰ মুখত দিয়া উত্তৰৰ দ্বাৰা সমাজৰ জনা-বুজা লোক এচামকে ইয়াৰ কাৰণে জগৰীয়া কৰিছে। এইচাম লোকে ধৰ্মীয় উৎসৱ

বা বিবাহ কাৰ্য আদিত অপসংস্কৃতিৰ পোহাৰ মেলি বং পায়। এওঁলোকে এনেদৰে 'লাবে লাপ্পা' ধৰ্মী পেনপেনীয়া সুৰেৰে পৰিৱেশ এনেদৰে ঘোলা কৰে যে তাকে শুনি ছাত্ৰ-ছাত্ৰীৰ মনৰ গতি প্ৰকৃত উদ্দেশ্যৰ পৰা আতৰি যোৱাত বেছি পৰ নেলাগে। কোমল মনৰ ছাত্ৰ-ছাত্ৰীয়ে সেয়া সহজে আয়ত্ব কৰি লব খোজে। বঘুৱলাৰ দৰে বিয়পি পৰা এনে গীত-মাতে বহুদিনৰ আগৰে পৰাই অসমীয়া সমাজখন খুলি খুলি খাইছে। সেয়ে এতিয়া সমাজখনত নানা গাঁত নানা ফাট্ মেলিবলৈ সুবিধা পাইছে। ডাঙৰে যি কাম কৰি দেখুৱায়, তাক সৰুবোৰেও কৰি দেখুৱাই ভাল পায়। নাটকখনত অকণে তাকেই কৰিছিল যদিও দেউতাকৰ উপদেশ মতে তেনে গীত নেগাব বুলি দেউতাকক কথা দিলে।

আমাৰ সমাজত আৰু একশ্ৰেণীৰ লোক আছে যি সকলে আন বন্ধুৰ লগত কথা পাতোতে কথাৰ লগত অনৰ্গল কিছুমান অৰ্থহীন আপচু শব্দ উচ্চাৰণ নকৰাকৈ কথা পাতিবই নোৱাৰে। এয়াও কু-অভ্যাসৰ ফল। এই শ্ৰেণীৰ ভিতৰত শিক্ষিত যুৱকৰ সংখ্যাও কম নহয়। তেওঁলোকৰ অভ্যাসে এনে স্তৰ পায়গৈ যে তেনে শব্দবোৰ বাৰম্বাৰ উচ্চাৰণ কৰোতে এবাৰো ভাবি নেচায়, তেওঁলোকৰ কাষতে হয়তো আৰু কোনোবা সম্ভ্ৰান্ত পৰিয়াল আছে বা কোমল বয়সৰ ছাত্ৰ-ছাত্ৰী সেই সময়খিনিত পঢ়া-শুনাকে কৰি আছে। কথা হ'ল– যি সকলে এনে অবাইচ মাত মাতে তেওঁলোকেও প্ৰথমে কাৰোবাৰ পৰা শুনি বা দেখিহে শিকে। যিদৰে অকণে গীতটি শুনিহে গাইছে। গতিকে সমাজত দেখা দিয়া কুৰুচ দিশটো প্ৰথম শ্ৰৱণ বা প্ৰথম দৰ্শনতে ধ্বংস কৰিবলৈ যত্ন লব লাগে। এনে এটি শৈক্ষিক দিশৰ কথাই নাট্যকাৰে 'আদৰ্শ ঘৰ' শিশু নাটিকাখনৰ জৰিয়তে প্ৰকাশ কৰিছে। উদাহৰণ স্বৰূপে বৰুৱাৰ জীয়ৰী মামনীয়ে স্কুলত কোৱা গল্পটিৰ কথাকে ধৰিব পাৰি।

গল্পটিৰ মূল কথা হ'ল– এজন "ফাল্টু মাৰ্কা" মানুহে ভালদৰে শিক্ষা-দীক্ষা গ্ৰহণ নকৰাকৈয়ে চাহাব যেন হৈ বাটে-পথে ঘুৰি ফুৰোতে মুখত জনাই-নজনাই কেইটিমান ইংৰাজী শব্দ উচ্চাৰণ কৰে। এদিন জিলাৰ ডেপুটি কমিছনাৰে ইংৰাজীতে মানুহজনক কথা এটি বাটিতে সোধাত মানুহজনেও ইংৰাজীতে উত্তৰ দিলে–"ইয়েছ-ইয়েছ-ন'ও-ন'ও-ওলৰাইট-ভেৰিগুড়-গুড় মৰ্ণিং"। মানুহজনৰ পৰা এনে উত্তৰ পাই কমিছনাৰজনে খঙত পুলিচৰ হতুৱাই তেওঁক ধৰাই নি এমাহ ফাটেক দিলে। স্কুলত কোৱা গল্পটি শুনি দেউতাক মহেন্দ্ৰ বৰুৱাই ৰব ৰস পালে। মামনীয়েও বুজি পালে উপযুক্ত গুণৰ অধিকাৰী নোহোৱাকৈ মিছাতে বাগীশ হব খোজা বা ধুন-পেচ মৰা সকলৰ অৱস্থা সময়ত ম'ৰা চৰাইৰ পাখি পিন্ধি কাউৰিয়ে দুৰ্ভোগ ভোগাৰ দৰে হয়।

ঘৰেই চৰিত্ৰৰ মূল। গতিকে প্ৰথমে প্ৰত্যেকেই নিজৰ ঘৰখন আদৰ্শ-ঘৰ ৰূপে গঢ় দিব লাগিব। আদৰ্শ-ঘৰৰ ল'ৰা-ছোৱালী তেতিয়াহে আদৰ্শ ব্যক্তিত পৰিণত হ'বলৈ সুযোগ পাব। প্ৰতি গৰাকী পিতৃ-মাতৃৰ দৃষ্টি-গোচৰ কৰিবলৈকে নন্দি দাসে 'আদৰ্শ ঘৰ' শিশু নাটিকাখন লিখিছিল। এনে উদ্দেশ্য লৈ লিখা নাটকৰ বৰ্ত্তমান বৰ প্ৰয়োজন বুলি আমি ভাবো।

# জীয়া-জুই

জীয়া-জুই এখন পূৰ্ণাঙ্গ নাটক। সাতটি দৃশ্য সম্বলিত এই নাটকখন আনন্দিৰাম দাসে ভাৰতৰ স্বাধীনতা লাভৰ পূৰ্বে অৰ্থাৎ ১৯৪৫ চনত লিখা। গুৱাহাটী কুমাৰ ভাস্কৰ নাট্য মন্দিৰত ৰঙালী বিহু উপলক্ষে সেই বছৰতে গুৱাহাটীৰ যুৱক সকলে এই নাটখনিৰ প্ৰথম অভিনয় দেখুৱাই ৰাইজক মোহিত কৰিছিল। নাটকৰ বিভিন্ন চৰিত্ৰত অভিনয় কৰা শিল্পীসকল আছিল- জীবেশ্বৰ চক্ৰবৰ্ত্তী (মৌজাদাৰ), কুমাৰ যোগেন্দ্ৰ নাৰায়ণ দেৱ (মনবৰ), ৰমেশ চন্দ্ৰ দাস (কলিমন), ৰমেশ চন্দ্ৰ দাস (চানু) (মাধৱ উকিল), ধীৰেণ শৰ্মা (বাপ) (এমেৰিকান ড্ৰাইভাৰ), গনেশ চন্দ্ৰ গোস্বামী (শুৱলা) আৰু হেমেন হাজৰিকা (সেউতি)। ইয়াৰ উপৰি পুলিচ-দাৰোগা, গাঁৱলীয়া মুনিহ-তিৰোতা আদিৰ ভাওত বিভিন্নজনে অভিনয় কৰিছিল। ডম্বৰুধৰ দাসৰ মঞ্চ সজ্জা আৰু গোবিন্দ দাসৰ ৰূপসজ্জা আছিল চকুত লগা। ঘোষক হিচাপে সহায় কৰিছিল ৰমেশ চন্দ্ৰ চৌধুৰীয়ে। সঙ্গীত পৰিচালনা আছিল নাট্যকাৰ আনন্দি ৰাম দাসৰ। নাটকৰ অভিনয় আৰম্ভ হয় তলত উল্লেখিত সমস্বৰ সংগীতটিৰে–

জীয়া-জুই জীয়া-হিয়াৰ আজীৱন উমি উমি
জ্বলি থোৱা জীয়া মানুহৰ
জীয়া জীয়া জীয়া মানুহৰ অ' জীয়া জীয়া
জীয়া জীয়া জীয়া মানুহৰ ;
চকুলোবোৰ বৈ যোৱা বিৰহৰ হুমুনিয়া
হেপাহৰ কেঁচা মঙহৰ !
নহয় উদৰ পুৰি মৰাৰ ৰাইজখনে শৰাধ খোৱাৰ
মঙহৰ গৰ্ব্ব বঙহৰ ;

'খায় ভাত পেলোৱা পাত, পাত গ'লে ছমাহৰ বাট'
ছেদ্ চিগিল চিন্তা কিহৰ?
নহয় মৰিশালি চিতাৰ তাণ্ডৱ নৃত্য অগ্নি শিখাৰ
ভস্ম ধূলাৰ মৰা মানুহৰ;
খুচৰি বিচাৰি পোৱা অস্থি তাৰ লাও খোলা
চেঁচা পানী ঢালি কলহৰ
হাঁড়-মূৰ কমুৰি খোৱা শিয়ালৰ বিকট হোৱা
অত্যাচাৰ ভূত পিশাচৰ।

গাঁওৰ ডেকা-গাভৰু মনবৰ আৰু শুৱলাৰ মাজত গঢ় লৈ উঠা গভীৰ প্ৰেম আৰু পিছলৈ সিহঁতৰ মাজত দেখা দিয়া বিৰহ-বেদনা, বিচ্ছেদৰ কথাই নাটকৰ মূল বিষয়। শুৱলাৰ দেউতাক মৌজাদাৰ গাঁওৰ এগৰাকী বিত্তবান আৰু ক্ষমতাশীল লোক। ইংৰাজ চৰকাৰ এগৰাকী গোলাম। একেখন গাঁওৰে মনবৰ নামৰ সৰল প্ৰকৃতিৰ যুৱক এজনক শুৱলাই মনে-প্ৰাণে ভাল পায়। মনবৰেও শুৱলাৰ মন বুজিলে। মনবৰক পাবলৈ শুৱলাৰ মনে হাহাকাৰ কৰি উঠিল। কিন্তু প্ৰাসাদোপম ঘৰৰ সোণালী পৰিবেশত ডাঙৰ দীঘল হোৱা শুৱলাই দুখীয়া মনবৰক লাভ কৰাৰ ক্ষেত্ৰত বাধাৰ প্ৰাচীৰ ৰূপে থিয় দিলে শুৱলাৰ দেউতাক মৌজাদাৰ। ধন আৰু পদ-মৰ্য্যাদাৰ গৌৰৱত অন্ধ হৈ শিক্ষিত মনবৰক একমাত্ৰ দুখীয়া কাৰণেই তেওঁ ঘৃণা কৰিবলৈ ধৰিলে। সেয়েহে এদিন গধুৰ ভাৱে মনবৰে শুৱলাক কলে– "শুৱলা পাহৰিলি নেকি? সেই দিনাও দেখো কৈছিলি আমি দুয়ো বিলাতৰ ৰাজ-ৰাণী হোৱা, ৰাজহাঁহ হৈ উৰি যোৱা–। এইবোৰ আৰু' তোৰ কি সমাজিক কৰাই নোৱাৰা দে।"

শুৱলা- অইন একো বেয়া সমাজিক নহয় মনবৰ। আমি দুয়ো এযুৰি কপৌ চৰাই হৈ ক'ৰবালৈ উৰি যোৱা।

মনবৰ– (হাঁহে) হেহ্-হেহ্-হে-হে। কপৌ চৰাইৰ সমাজিক দেখিলি যেতিয়া কথা বিষমেই।

শুৱলা– কি বিষম মনবৰ ক'ছোন- ক' পাই!

মনবৰ– কপৌ চৰাইৰ সমাজিক দেখিলে যোৰ ভাঙে। সৌৱা নেচাব কিয়-এজাৰৰ ডালত বেজাৰ মনেৰে মতা কপৌটোৱে কেনেকৈ বেজাৰৰ চকুলো চুকিছে।

শুৱলা– মনবৰ, চৰাই হোৱা হ'লে আমি দুয়ো কৰবালৈ উৰি গুচি গলোঁহেঁতেন।

মনবৰ– আমাৰ এই ঈশ্বৰচোৱে সকলোকে সকলো দিলে। সৌ বসুন্ধৰী বিলখনৰ বুকুত দিলে ভেঁট আৰু পদুম ফুলবোৰ আৰু চ'ৰিফুৰা হাঁহনীৰ জাকবোৰ। মূৰৰ ওপৰৰ আকাশখনৰ বুকুত দিলে জোন-বেলি-তৰা। শুকান পথাৰখনৰ বুকুত দিলে সেউজীয়া ঘাঁহ-বনবোৰ।

এনেদৰে মনবৰ আৰু শুৱলাই বহুদিন জল্পনা-কল্পনা কৰিছে। মনবৰৰ লগত এখন সুখৰ সংসাৰ পাতিবলৈ শুৱলাই অহর্নিশে কৰা চিন্তাৰ প্ৰকাশ হৈছে শুৱলাৰ মুখত দিয়া এটি গীতত। শুৱলাই মহুৰা ফুৰাই সময় পালেই গায় আৰু আশা কৰে তাইক যেন দেউতাকে দূৰলৈ বিয়া নিদিয়ে–

কাম চৰাইৰ ৰঙা ঠোঁট্

কপালতে মাৰো ফোঁট

পিতাদেউ এ দূৰলৈ নিদিবি মোক ;

কিবা বোলে ভাতৰ দুখ

কিবা বোলে মাতৰ দুখ

নিতৌ গালি পাবিম তোক।

কেতিয়াবা আকৌ "বন্দে মাতৰম্" ধ্বনিয়ে শুৱলাৰ বুকুত কম্পন তোলে। গা-মন জোকাৰি দিয়ে। মনবৰক নেপালে বলিশালৰ তেজ কপালত লৈ স্বাধীনতা ৰক্ষাৰ কাৰণে শুৱলাই জীৱন আহুতি দিব খোজে। স্বাধীনতাৰ হকে আত্মাহুতি দিয়া বীৰাঙ্গনা কনকলতাৰ কথা ভাবি শুৱলাই যঁতৰত মহুৰা ফুৰাই সেয়ে গায়-

জুন্ জুন্ জুন্ জুন্ যঁতৰে মাতিলে

জুন্ জুন্ জুন্ জুন্ মিলেটৰী বণ্ডালে

মিলেটৰী বণ্ডালে

কনকলতাক বধিলে

বুকুত জুই জ্বলালে- বন্দে মাতৰম্

বন্দে মাতৰম্ বগাকৈ বণ্ডালৰ

বন্দে মাতৰম্- তেজৰে টোপালৰ

কপালত ৰঙা ফোঁট ল'ম!

ইপিনে মনবৰ আৰু শুৱলাৰ মনৰ– বুকুৰ অব্যক্ত বেদনা নিমিষতে নিঃশেষ কৰাৰ কাৰণে মৌজাদাৰেও কঠোৰ প্ৰতিজ্ঞা কৰিলে- "সি নিধক কুকুৰৰ গোবালি ধনীঘৰৰ পুতেক মনবৰে কিবা যাদু কৰিলে। মায়েঙৰ মায়ামন্ত্ৰ মাৰি দেখিম– গোটেই মায়েঙৰ গোলাম ওজাইতক লাওয়ে লাওয়ে পানী খুৱাই এৰিম! তাক মনবৰক গোলামৰ পোক- - মই যদি মৌজাদাৰ হওঁ ছমাহ ফাটেক খুৱাই হে এৰিম। সেইয়া ভাল সুযোগ ওলাইছে- - সেইয়া সিদিনা আমাৰ বাসুলাল কেঁঞা মহাজনৰ ঘৰত টকা-পইচা, মাল-সম্পত্তি বহুতো চুৰি হৈ গৈছে– এজাহাৰ দি থৈছেইতো? কাইলৈ পুৱাতেই তাক হাত কেৰেয়া মৰাই নিয়ামেই নিয়াম।" গতিকে বাসুলাল কেঁঞা মহাজনৰ ঘৰত চুৰি হোৱা সময়ত পুলিচৰ অনুসন্ধান চলি থকা অৱস্থাতে মৌজাদাৰে মনবৰক চোৰ বুলি লগাই দিয়াত মনবৰৰ ফাটেকৰ হুকুম হ'ল।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত মহাত্মা গান্ধীৰ নেতৃত্বত দেশৰ হেজাৰ হেজাৰ আবালবৃদ্ধ বনিতাই স্বাধীনতাৰ হকে ৰণত জপিয়াই পৰাৰ কথা মনলৈ নানি সেই সময়ত যি এচাম কাণ্ডজ্ঞান হীন লোকে ইংৰাজ চৰকাৰৰ গোলামি কৰি ধন ঘটাৰ প্ৰয়াস কৰিছিল তেনে দেশদ্ৰোহী সকলৰ ভিতৰত ইংৰাজৰ হকে মৌজাদাৰৰ দৰে কথা কোৱা লোকো আছিল। নাট্যকাৰ আনন্দিৰাম দাসে মৌজাদাৰৰ মুখত দিয়া বচনেই ইয়াৰ আভাস– " দেশ স্বাধীন হলেও মোক কোনেও গাৰ লোম এডালকে লৰাব নোৱাৰিব। মচুৰ দাইল নহয় হেৰ– মচুৰ দাইল নহয়–ইমান সহজতেই যে দেশ স্বাধীন হব। ইংৰাজৰ মেথা– হেৰ ইংৰাজৰ মেথা।"

ফাটেকত থকা সময়ত মনবৰৰ দেউতাক জহনীত মৰিল। তেওঁৰ মাটি-বাৰী সকলো খাজনা বাবদ মৌজাদাৰে নিলামত দিলে আৰু শুৱলাক এজন উকিল মাধবৰ তাত বিয়া দিলে। এক কদৰ্য্য জীৱন যাপন কৰি ছমাহ পিছত মনবৰ ফাটেকৰ পৰা মুক্ত হৈ ওলাই আহিল। তাৰ মনটো বৃতৃষ্ণাৰে ভৰি পৰিল। দেউতাকৰ মৃত্যুৰ খবৰ, মাটি-বাৰী নিলামত যোৱা কথা সি ফাটেকত শুনিছিল। গতিকে মনবৰে এতিয়া ক'লৈ যাব- কি কৰিব একো ঠিৰাং কৰিব নোৱাৰা হ'ল। হাতত এটি পইচাও নাই। কি উপায়ে জীৱন চলায়? ফাটেকত থাকিও শৰীৰটো কুজ্জচ হৈ পৰিল। এনে চেহেৰা এটি লৈ শুৱলাৰ ওচৰলৈ যায় কেনেকৈ? শেঁতা গাল দুখনেৰে সি কিহবাৰ আশাত বাটেতে ৰৈ থাকিল। এনেতে শুৱলাৰ স্বামী মাধৱ উকিল সেই বাটেৰে আহিল হাতত ছুটকেচটো লৈ। দিনটো ঘুৰি আহি বাটত অচিনাকি মনবৰক দেখি ছুটকেচটো নি ঘৰত দিব পাৰিবনে সোধাত মনবৰে এটি সিকিৰ বিনিময়ত সেই কাম কৰি দিবলৈ সম্মত হ'ল। মনবৰে মাধৱ উকিলৰ লৈতে গৈ থাকিল। বাটত কথা প্ৰসঙ্গত মাধৱ উকিলে মনবৰক দেশৰ স্বাধীনতাৰ কথাই কলে– "আৰু কেইদিন আছে? আমাৰ ভাৰত স্বাধীন হয় হে

লাগে। চৰকাৰী বেচৰকাৰী সকলোৰেই এক হৈ এক মুখে কৈ পেলাইছে— বগা বঙাল আমাৰ দেশৰ পৰা যাবই লাগিব। তইঁতে নেজান হেৰ নেজান।"

কিছু সময় পিছত মাধৱ উকিল গৈ ঘৰ পালে। উকিলে ছুটকেচটো বাৰান্দাতে থৰলৈ দি মনবৰক বাৰান্দাৰ খট্খটিত বহিবলৈ দিলে। সেই সময়ত শুৱলাই দুপৰীয়া মাজৰ কোঠালি এটাত কাপোৰেৰে টেবুল-চেয়াৰ জোকাৰি গাই আছিল—

চ-চৰাই মনোমতী ম-মনকে মুহিলে

ক-কটোৰা বেঙেনাৰ তলত ;

কি-কিনো যে মায়াৰে মো-মোৰে মন মুহিলে।

নি-নিতৌ পৰি থাকে মনত।

মাধৱ উকিলে ঘৰৰ ভিতৰ সোমাই শুৱলাক তেনে বিহুনাম গোৱাৰ কাৰণে বেয়া পাই কলে— "ছিঃ ছিঃ তুমি মোৰ মান-সম্মান নেৰাখিবা যেনহে পাইছোঁ।" যি হওক, এই ক্ষুদ্র কথাখিনিৰ পৰাই দুয়োৰো মাজত বহু সময় ধৰি তৰ্কযুদ্ধ চলিল। আৰু মনবৰৰ কথা মাধৱ উকিলে পাহৰিছিলেই। যেতিয়া মনবৰে বাৰান্দাৰ পৰা "অ' দেউতা, আমাক সিকিটো দিয়ক" বুলি চিঞৰিলে তেতিয়াহে শুৱলাক সিকিটো দি আহিবলৈ কলে— "শুৱলা সেই চোলাটোৰ জেপত বেগটো আছে— তাৰে সিকি এটা নি কুলিটোক দিয়া গৈ— বেচেৰা বৈয়ে আছে।" শুৱলাই বাহিৰ ওলাই আহি সিকিটো দিবলৈ ধৰোতে মনবৰক চিনি পালে। মুহূৰ্ত্ততে শুৱলাৰ মন ভয়, সঙ্কোচ, দ্বিধা, আৰু উৎকণ্ঠাই আৱৰি ধৰিলে। গধুৰ বেদনাৰ বোজাটি লৈ শুৱলাই নীৰৱে চকুপানী টুকিলে। সিকিটো হাতৰ পৰা পৰিল। লগে লগে তাইও মাটিত বাগৰি পৰিল। নাট্যকাৰে নাটকৰ কাহিনী এইদৰে সমাপ্ত কৰিছে।

সুন্দৰ ক্ৰম ৰক্ষা কৰি লিখা জীয়া-জুই নাটকৰ প্ৰতিটো চৰিত্ৰকে সমানে গুৰুত্ব দিয়া দেখা যায়। নাটকৰ 'কলিমন' চৰিত্ৰ এটিয়ে দৰ্শকৰ মাজত সহজে ৰসৰ সঞ্চাৰ কৰিব পৰা সুবিধা আছে। কলিমন চৰিত্ৰটো মৌজাদাৰৰ ভৃত্য স্বৰূপ। সমাজত এনে একোজন মানুহ দেখা যায় যিয়ে লোকৰ দুখ দেখিলে সেই দুখ পাৰে মানে বহলাই কৈ আৰু সুখ দেখিলে তাকো মৌ-মিঠাকৈ বৰ্ণাই শেষত স্বাৰ্থ সিদ্ধি কৰে। মৌজাদাৰৰ ঘৈণীয়েক ঢুকাবৰ কিছুদিন হ'ল যদিও কলিমনে মৌজাদাৰক তেখেতৰ ঘৈণীয়েকৰ গুণবোৰ বৰ্ণাই শেষ কৰিব পৰা নাই। কলিমনৰ সেই বৰ্ণনা শুনিলে মৌজাদাৰৰ মনত নতুনকৈ ব্যথা ওপজে। নাট্যকাৰ আনন্দি ৰাম দাসে এনে দৃশ্যবোৰো দৰ্শকৰ মনৰ ছাপ বহুৱাব পৰাকৈ যে লিখিছিল তাৰ এটি চমু উদাহৰণ তলত উল্লেখ কৰা হ'ল—

কলিমন- দেউতাক মোৰ শত কৌটিবাৰ পৰ্ণাম। মোৰ মৌজাদাৰণী আইৰ কথা মনত পৰিলে, মোৰ বুকুখন আজিও শোকে খুন্দা মাৰি ধৰে। মুখনিনো কি চাবা, তেনেই ভগৱতী গোসানী আইৰ দৰে। গ'লেই কলটো, গাখীৰ টুপি, গুৰ ফেৰি খাবলৈ দিবই দিব। কলিমন হে কলিমন—য'তেই দেখিবি "কলিমন অ' কলৈ গৈছিলি ?" (হুক হুকাই কান্দে। মৌজাদাৰেও কান্দে) মোৰ আই মাতৃ গোসানী বৈকুণ্ঠ পয়ান হোৱাৰ পৰাই বাইজৰ আপদ- বিপদ, বানপানী, মাৰি-মৰক আদি নানা বিপদে বাইজক জুকলা কৰিলে। (কান্দে)।

মৌজাদাৰ- কলিমন ! তই আৰু নকৰি- নকৰি মোৰ মুৰ ঘুৰাই আছি। (কান্দে) মই মুৰ্চ্ছা গৈ মৰিম (কলিমনৰ ডিঙিত সাবটি ধৰি)।

কলিমন- দেউতা ! কবলৈ দিয়ক মোক কবলৈ দিয়ক, নহলে মোকো শোকে খুন্দা মাৰি , মাৰি পেলাব। দেউতা কব দিয়ক। মোৰ মৌজাদাৰণী আই ! দেউতাক এতিয়া কোনে আল-পৈচান ধৰিব ? হৰি হৰি ! দেউতাৰ সেই দুখেই আগৰ পকা সুমথিৰাৰ চেহেৰাটো এতিয়া তেনেই ক'লা পৰিল। তেনেই কলা পৰিল। (কান্দে)।

মৌজাদাৰ- (কান্দি গাত ধৰি) কলিমন ! তই মোৰ নুমোৱা জুইকুৰা কিয় আকৌ জ্বলাই তুলিলি ? (কাপোৰৰ আগেৰে চকুলো মচে)।

এনেদৰে নাটকখনত সৃষ্টি কৰা চৰিত্ৰ সমূহত অতি কাল্পনিকতাৰো বহণ সনা নাই, লগতে কাহিনী বাস্তৱ দিশৰ পৰাও ফালৰি কাটি যোৱা নাই। প্ৰতিতো দৃশ্যত উল্লেখ কৰা দৃশ্য সজ্জাৰ নিৰ্দেশলৈ লক্ষ্য কৰিলে নাট্যকাৰ আনন্দিৰাম দাসে যে ৰঙ্গ মঞ্চৰ পিনে চোকা নজৰ ৰাখিহে নাটক ৰচনা কৰিছিল সেই কথা বুজিব পৰা যায়।

# বিজুলী

আনন্দিৰাম দাসৰ সামাজিক নাটক 'বিজুলী'ৰ কাহিনীও ভাৰতৰ স্বাধীনতা আন্দোলনৰ পটভূমিত ৰচিত। অসমীয়া ডেকা-গাভৰুৰ স্বদেশ-প্ৰীতি আৰু সাহসৰ কথাই নাটকখনত বনকোঁৱৰে কৃতিত্বৰে প্ৰকাশ কৰিছে।

নাটকৰ প্ৰধান নায়ক কমল ফুকন। এওঁ কবি, সাহিত্যিক, চিত্ৰকাৰ, সঙ্গীতজ্ঞ আৰু স্বাধীন মনৰ দেশ সেৱক যুৱক। কমল ফুকনৰ দেউতাক চাহ বাগিচাৰ মালিক

এজন ধনী জমিদাৰ। কমলৰ মাত্ৰ একেজনী ভনীয়েক নীলিমা। কমলৰ সহপাঠী বন্ধুৰ নাম মলিন। দুয়ো একেলগে এম এ পাছ কৰি জাতীয় আন্দোলনত জপিয়াই পৰে। প্ৰধান নায়িকা বিজুলী। আন চৰিত্ৰবোৰ হ'ল– ৰায়বাহাদুৰ, মেনেজাৰ পি, গোসাঁই, মিলিটেৰি, মজুমদাৰ, যাদব, প্ৰতাপ, ডাক্তৰ বৰুৱা, কলিদৈ, আহিনা, কাঞ্চা, ৰফিক, গজেন, চুপাৰিন্টেণ্ডেন্ট, বাৰ্ডাৰ দুজন কয়দী, চৰ্দাৰ, চৰ্দাৰণী, ছামুৱা, এছ আই, দুজন চিপাহী আৰু স্বেচ্ছাসেৱিকাদ্বয়।

গোটেই দেশতেই জনতাৰ ওপৰত ইংৰাজ চৰকাৰৰ যেতিয়া ভীষণ অত্যাচাৰ চলিছিল তেতিয়া এই অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ আগবাঢ়ি আহিল কমল। কমলে গান্ধীয়ে দেখুৱাই দিয়া অহিংসা নীতিকে মূল মন্ত্ৰ কৰি ললে। জনতাৰ প্ৰাণে প্ৰাণে জাতীয় প্ৰেমৰ নিজৰা বোৱাই দিবলৈ তেওঁ হাতত কলম তুলি ললে। দেশ প্ৰেম মূলক গীত লিখি, সুৰ দি সেইবোৰ গাই, প্ৰচাৰ কৰি মানুহৰ মনতো বিদ্ৰোহৰ অগনি জ্বালিলে। আনকো গীত শিকালে আৰু ভনীয়েক নীলিমাকো শিকালে–

বা অ' বলিয়া জীয়া জীয়া সুৰেৰে
সেউজীয়া বোলেৰে বীণধ্বনি বা ;
আকাশে বতাহে সুৰৰ জুয়ে তুলি
বগা পোহৰখিনি চা।
দি যা বগাকৈ কলিজাৰ তেজেৰে
জেতুকা সানি দি যা ;
দুবৰিয়ে পিন্ধিব পালো পোৱাল বুলি
লাগি ৰ'ক্ কলিজাত ঘা।
বুঢ়া আহত জোপাই বুকুলৈ মাটিৰ
ৰ'দে দাকে যদি গা ;
পাতি দুবৰিৰ শয্যাত শুৱাব
ঢালি দি শীতল ছাঁ।
বিহু-চোৱা হাটলৈ আহিলি যেতিয়া
বিহু তোৰ দেখুৱাই যা ;
জগতে হাঁহিব জগতে কান্দিব
জীয়া জীয়া সুৰকে গা।

কমলে যে এনেদৰে গান লিখি সুৰ দিয়ে আৰু শিকায় সেই কথা স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰী সকলৰ মাজতো জনজাত। কিন্তু শিকিবলৈ অহা সকলৰ অন্তৰ প্ৰথমে দেশ প্ৰেমেৰে চৌত হব লাগিব, তেতিয়াহে কমলে শিকায়। নীলিমাৰ লগতে পঢ়া একেখন কলেজৰে ছাত্ৰী বিজুলীৰো গান শিকিবলৈ ইচ্ছা হ'ল। বিজুলীয়ে তাইৰ মনৰ অদম্য ইচ্ছা প্ৰকাশ কৰিছিল নীলিমাৰ সন্মুখত। ইপিনে কলেজৰো সঙ্গীত প্ৰতিযোগিতাত গাব পৰাকৈ বিজুলীক এটি আধুনিক গান শিকাই দিব লাগে। নীলিমাৰ জৰিয়তে কমলৰ ওচৰত বিজুলীৰ এয়াই একান্ত অনুৰোধ। নীলিমাই নিজে শিকাৰ অন্তত বিজুলীৰ অনুৰোধৰ কথা দদায়েকক এদিন জনালে। কমলৰ মনত সন্দেহ উপজিল। কলেজৰ সঙ্গীত প্ৰতিযোগিতা হব জানো? এপিনে যুদ্ধৰ সময় আৰু আনপিনে 'ব্ৰেক আউট', '১৪৪ ধাৰা' আদি চলিয়েই আছে। কমলে বিজুলীৰ উদ্দেশ্যৰ বিষয়ে একো নাজানিলেও গান শিকাই দিবলৈ মান্তি হ'ল। কমলে আন এটি কাৰণত বিজুলীক গান শিকাবলৈ হেপাহ কৰা নাছিল। সেয়া হ'ল বিজুলীৰ দেউতাক ৰায়বাহাদুৰ হ'ল দেশদ্ৰোহী। ইংৰাজ চৰকাৰৰ লগত সনা-পিঠা হৈ তেওঁ বহুজনক জেলত থৈছিল। গতিকে কমলে সেই কথা পাহৰিব পৰা নাই। অৱশ্যে দেউতাক তেনে হ'ল বুলিয়েই যে জীয়েক বিজুলীও তেনে হব পাৰে সেই কথা কমলে ধৰি লব খোজা নাই। বিজুলীৰ দেশাত্মবোধ আৰু আন্দোলনৰ প্ৰতি থকা সহযোগ সহানুভূতিৰ কথা কমলে জানে। আন্দোলনৰ নেতৃত্ব বহন কৰিব পৰা শক্তি সাহসো যে তাইৰ বুকুত জমা হৈ আছে সেই কথাও কমলে উপলব্ধি কৰিলে।

ইপিনে কমল আৰু নীলিমাৰ কথা দেউতাক জমিদাৰে আগৰে পৰা লক্ষ্য কৰি আছিল। জমিদাৰে ইংৰাজ চৰকাৰৰ মনত কেতিয়াও বেয়া হব নোখোজে। কিন্তু কমল আৰু নীলিমাৰ কাৰণে তেওঁ মহা সমস্যাত পৰিল। নিখিল ভাৰত কংগ্ৰেছ মহা সভাত যেতিয়া "বৃটিছে ভাৰত ত্যাগ কৰিবই লাগিব" বুলি প্ৰস্তাৱ গৃহীত হ'ল তেতিয়া সেই প্ৰস্তাৱৰ জোৰ সমৰ্থনত ৰাজ্যত সভা অনুষ্ঠিত হবলৈ ধৰিলে। নীলিমাই সেই প্ৰস্তাৱৰ সমৰ্থন জনাবলৈ অনুষ্ঠিত হবলগীয়া সভালৈ দেউতাককো নিমন্ত্ৰণ কৰি যেতিয়া সাহসৰ পৰিচয় দিলে তেতিয়া জমিদাৰ খঙত জ্বলি পকি উঠিল। অৱশ্যে নীলিমাৰ ওপৰত উঠা খঙ নিজৰ মনতে মাৰ নিয়াই নিজেই নিজকে কলে— "হু সকলো অদৃষ্টৰ লিখন। কমলেও জ্বলালে। ঘৰখন দেশ সেৱাৰ অৰ্পিত কৰি ললে। ভলণ্টিয়াৰ হৈছে, নেতা হৈছে। স্বৰাজৰ আন্দোলনত যোগ দি গাঁৱে-ভূঁয়ে বক্তৃতা দি মহান চৰকাৰৰ চকুত মোক ঘৃণনীয় কৰালে। মোৰ এই জমীদাৰী, ঐশ্বৰ্য-বিভূতি, মাটি-বাৰী, ঘৰ-দুৱাৰ চৰকাৰে কোন দিনা বাজেয়াপ্ত কৰে তাৰ ঠিক নাই। সিহঁতৰ কপাল সিহঁতেই খাব। বাৰু তপাত ভাতৰ মৌৱাই খাইছে। সিহঁতক স্বৰাজ লাগে, স্বাধীনতা লাগে। দল সংগঠন কৰিছে— বাবৰ

আগত ষ্টগৰ দৌৰা-দৌৰী।" জমিদাৰৰ দৰে আনপিনে বিজুলীৰ দেউতাক ৰায়বাহাদুৰৰো একেই সমস্যা। একেই চিন্তা। সম্মুখত আহি পৰা সমস্যাৰ কথাবোৰ জমিদাৰৰ লগত তেওঁ আলোচনা কৰে। ৰায়বাহাদুৰৰ ছোৱালী বিজুলীয়েও আন্দোলনত জপিয়াই পৰিছে। তেওঁ শাসন কৰিব নোৱাৰাত চৰকাৰী বিষয়াৰ পৰা যে টান মাত শুনিবলগীয়া হৈছে সেই কথা ৰায়বাহাদুৰে জমিদাৰক কৈছে– "এৰা আজিকালিৰ ল'ৰা-ছোৱালীক একো কৰবই নোৱাৰি– স্বৰাজ আন্দোলনত সকলোবিলাক জপিয়াই পৰিছে। পাছত পস্তাব। সেয়া সিদিনা D.C.য়ে লগ পাই কলে– "কি ৰায়বাহাদুৰ ডাঙৰীয়া– ভালে আছে? আপোনাৰ ছোৱালীটো হেনো private মিটিঙত যোগ দিয়া বুলি শুনিছো শাসন কৰিব নোৱাৰেনে?" কি কম ফুকন ডাঙৰীয়া, নাকটো কাটি হাতত লোৱা যেন পালো।" দুয়োৰো চিন্তা যেন মান-সম্মান তেওঁলোকৰ ল'ৰা-ছোৱালীৰ কাৰণে শেষ হৈ যাবলৈ ধৰিলে। ৰায়বাহাদুৰৰ কথা শুনি জমিদাৰেও একে সুৰতই কলে– "এৰা এই মহা শক্তিশালী বৃটিছৰ আগত কোনেও তিষ্ঠিব নোৱাৰিব বুজিলেনে গোহাইদেউ? অনাহকতে স্বৰাজ স্বৰাজকৈ দেশৰ হেজাৰ হেজাৰ প্ৰাণীয়ে প্ৰাণ ত্যাগ কৰিলে। আপুনি বৰ ভাল কাম কৰিলে– এই উকিল সকলৰ লগত যোগ দিয়া হলে আপোনাৰ অবস্থা শোচনীয় হৈ পৰিলেহেতেন।" এনেদৰে কথাৰ মাজতে ৰায়বাহাদুৰে তেখেতৰ ছোৱালী বিজুলীক জমিদাৰৰ পুত্ৰ কমলৰ হাতত সপি দি কমল আৰু বিজুলীক বিবাহ পাশত বন্দী কৰিব বিচাৰিলে। জমিদাৰে প্ৰস্তাৱটো ভালে পালে আৰু চেষ্টা কৰিব বুলি তেওঁক আশ্বাস দিলে। কিন্তু কমলৰ কৰ্ম ব্যস্ততাৰ মাজত জমিদাৰে কথাটো উলিয়াব পৰা নাই।

কমলে সকলোকে ভলন্টিয়াৰ কৰাত ব্যস্ত। বাগিচাৰ কৰ্মীবোৰক তেওঁ ভলন্টিয়াৰ কৰিয়েই এৰা নাই সিহঁতক সূতা কাটিব দিলে, অহিংস ভাবে যুঁজ কৰিবলৈ শিক্ষা দিলে। আনকি নিজৰ ঘৰত কাম-বন কৰা আহিনা আৰু কলিদৈকো ভলন্টিয়াৰ কৰিলে। কেইদিনমানৰ ভিতৰতে সকলোৰে গাত খদ্দৰৰ চোলা আৰু মুৰত গান্ধী টুপি পিন্ধিলে। কলিদৈকো পিন্ধালে। আহিনা আৰু কলিদৈকো স্বাধীনতাৰ অৰ্থ আৰু কৰ্ত্তব্যবোধৰ কথা বুজাই কমলে কলে– "তহঁতো এই মাটিৰ মানুহ, তহঁতৰো জীয়াই থকাৰ আশা আছে--তহঁতৰো সন্মান আছে আহিনা কাই! তহঁত দুৰ্ব্বল নহয়। দুৰ্ব্বল কৰাইছে ধনীৰ হেঁচাই। এদিন তহঁতৰ এই বহতীয়া জীৱনৰ অনুতাপে প্ৰতিশোধ লব। তহঁত চাকৰ নহয় আহিনা কাই! তহঁত আমাৰ পৰিয়ালৰেই ভাই-ককাই!" ইপিনে বন্ধু মলিনে আন্দোলনৰ খবৰ কমলক দি থাকে। ইংৰাজে বাইজৰ পৰা সহায় নেপাই তাৰ প্ৰতিশোধ লৈছে গাঁৱৰ নিৰীহ জনতাৰ ওপৰত। ফলত কোনো কোনো স্থানত ৰাইজে ইংৰাজৰ কেম্পত জুই দি ফুৰিছে। মলিনৰ পৰা খবৰ পাই সেই জুই সাম্ৰাজ্যবাদীহঁতৰ কাৰণেই জ্বলি উঠা বুলি কমলে ক'লে যে ভাৰতবাসী সদায় অহিংসবাদী। তেওঁৰ মতে অহিংস

নীতি মানেই হ'ল সংস্কাৰ, প্ৰতিকাৰ আৰু পৰিস্কাৰ।

এদিন বিজুলীয়ে গান শিকিবলৈ কমলৰ ওচৰলৈ নীলিমাৰ লগতে আহিল। কমলে ঘৰতে হাৰ্মোনিয়াম্‌টো লৈ এটা গীত এছোৱা গুণ্ গুণাই আছিল। বিজুলীয়ে এখন আলোচনীত প্ৰকাশিত কমলৰ গীত এটিকে সঙ্গীত প্ৰতিযোগিতাত গাবলৈ মনস্থ কৰি গীতৰ এছোৱা কমলক গাই শুনালে–

মোৰ জীৱনৰ এটি সপোনৰ
সোঁৱৰণি পাহৰণি বুকুৰ ;
ইঁহুৱাই মোক কন্দুৱাই যোৱা
ছবিটি লাহৰি মুখৰ

কমলে নিজে সুৰ দিয়া গীতটি নিজেই গাই শিকাই দিলে বিজুলীক–

ৰূপৰে মাধুৰী গীতৰে জাউৰি
যৌৱন উতলা বুকুৰ ;
দূৰণি প্ৰিয়াই জুমি জুমি চাই
পাবলৈ চুমাটি ওঁঠৰ।
গ'ল গৈ বিজুলীৰ বুকুতে উজলি
জেউতি মায়াবী ৰূপৰ ;
জীৱনৰ পুৱাতে প্ৰেমৰ দোলাতে
গালে যি ৰাগিণী সুখৰ।

কমলৰ পৰা এনেদৰে গীত শিকাৰ পিছত বিজুলীৰ বুকুত স্বাধীনতাৰ জুইকুৰা দুগুণে জ্বলি উঠিল। বিজুলীয়ে পিছত স্বেচ্ছাসেৱিকা সকলৰ নেতৃত্ব দিলে। কমলে বিজুলীকে আদি কৰি সকলো স্বেচ্ছাসেৱিকাকে পুনৰ মাৰ্চিং গান সুৰ দি শিকায়–

পৃথিবীৰে পৃথিবীৰে পৃথিবীৰে ;
পাতে পাতে অ' আমি দুপিঠিৰে ;
থৈ যাম ৰঙা শোণিতেৰে
চানেকি জীৱন আহুতিৰে!
আগে বাঢ়ি বাঢ়ি যাম মৰিও জনমে পাম
আইৰে কোলাতে চুমাটিৰে ;

দিম বুকু পাতি পাতি যাম অহিংসাৰে আমি
মন্ত্ৰ একতাৰ শকতিৰে।
গাম স্বৰাজৰ অমিয় নাম আমিয়ে লিখি থৈ যাম
বুৰঞ্জী ৰঙা লিখনিৰে;
যাম আমিয়ে ৰচি এখনি বিশ্ব শান্তিৰ আঁচনি
সৃষ্টি নতুনৰ পাতনিৰে।

বিজুলীয়ে স্বেচ্ছাসেৱিকা সকলৰ লগত 'বন্দে মাতৰম্' ধ্বনিৰে হাতত জাতীয় পতাকা লৈ সমদল কৰি গৈ থাকোতে পুলিচ মিলিটেৰিয়ে সিহঁতৰ ওপৰত লাঠি চলায়। জাতীয় পতাকা কাঢ়ি নিয়ে। লাঠিৰ কোবত বিজুলী মাটিত বাগৰি পৰে। কপালেৰে তেজ বয়।

বিজুলীৰ এনে দুৰৱস্থা একমাত্ৰ কমলৰ কাৰণেই হ'ল বুলি ৰায়বাহাদুৰে কমলক সাৱধান কৰি দিলে আৰু তাৰ হাতত জীয়েকক সঁপি দিয়া নহব বুলিও জনালে। ইয়াকে কৈ বিজুলীক মটৰত তুলি ৰায়বাহাদুৰ গুচি যায়। তাৰ পিছত কমলে পালে নন্ বেল্ট ৱাৰেণ্ট। কমলক গ্ৰেপ্তাৰ কৰা হ'ল। জেল জীৱন যাপন কৰাৰ পূৰ্বে কমলে তেওঁৰ একমাত্ৰ ভনীয়েক নীলিমাক বন্ধুত্বৰ চিন স্বৰূপে মলিন বৰুৱাকে জীৱন সঙ্গীনি হিচাপে উপহাৰ দিয়ে। ইপিনে জীয়েক বিজুলীক ৰায়বাহাদুৰে তেজপুৰৰ জেল চুপাৰিণ্টেণ্ডেণ্ট এজনৰ লগত বিয়া দিয়ে। বিজুলীৰ এটি ছোৱালী– নাম নীমি। নীমিৰ তিনি বছৰ বয়স হওতে বিজুলীহঁতক তেজপুৰৰপৰা যোৰহাটলৈ বদলি কৰে। কমলকো গুৱাহাটী জেলৰ পৰা নি যোৰহাট জেলত থৈছে।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাখন ভাৰতে স্বাধীনতা লাভ কৰিব। এই সু-সংবাদটি কেউদিশে বাষ্ট্ৰ হৈ পৰিল। ভাৰতৰ কলা আকাশৰ বুকু ভেদি শান্তিৰ জ্যোতিৰ্ময় ত্ৰিৰঙ্গ জাতীয় পতাকাখন বতাহত উৰি আহিব ধৰা যেন কমলেও জেলৰ চিক্ দিয়া খিৰিকীৰ ফাঁকেৰে দেখিবলৈ পাইছে। জেলৰ আন কয়দী সকলেও সংবাদটি পাই আনন্দত উত্ৰাৱল হৈছে। কিন্তু কয়দী সকলৰ মনত ভাৰত দ্বিখণ্ডিত হব বুলি জানিহে বেজাৰ লাগিছে। ৰফিক নামৰ দ্বিতীয় কয়দী এজনে প্ৰথম কয়দীৰ লগত এই কথা লৈ হোৱা আলাপ এটি নাট্যকাৰে যিদৰে হৃদয়গ্ৰাহী কৈ দৰ্শকৰ আগত দাঙি ধৰিছে তাৰে এছোৱা–

১ম কয়দীঃ অলবৎ, পাবই লাগিব! কিন্তু সি এটা কথা কলে অ' ভাই! বোলে হিন্দুস্থান আৰু পাকিস্থান কৰিছে। তই হিন্দুস্থানত থাকিবি নে পাকিস্থানত?

২য় কয়দীঃ কি কথা কৈছৰে ছইতান? তই ক'ত থাকিবি?

১ম কয়দীঃ মই হিন্দুস্থানৰ মানুহ হিন্দুস্থানত থাকিম।

২য় কয়দীঃ মই তেনেহলে ক'ৰ মানুহ?

১ম কয়দীঃ তই হিন্দুস্থানৰ মানুহ।

২য় কয়দীঃ ও তাকেই কবি। মোৰ আগত পাকিস্থান-চাকিস্থানৰ কথা নকবি। আমি এখন দুনিয়াৰ মানুহ— খোদাৰ দুনিয়া।

১ম কয়দীঃ ঠিক কৈছ বক্কিক, তই ঠিক কৈছ ভাই! আমি এখন দুনিয়াৰ মানুহ। দুনিয়াৰ য'তে ত'তে মিলা মিছা কবি থাকিলেই হ'ল! স্বৰাজ পালে বৰ বৰ মানুহবিলাকহে পাব।

২য় কয়দীঃ চুপ চুপ বুৰ্বক— স্বৰাজ পালে ছবেই পাব— নাপালে কোনোৱে নেপায়। বুৰ্বক সি বোলে মৈত্ৰিক পাছ। ভাঙ্ ভাঙ্ শিল ভাঙ্, বাৰ্ডৰ বাপেৰ আহিলে ঠিক লগাবহি।

উভয়েঃ (গায়) ভাঙিবিবে ভাঙিবি শিল
নহলে পৰিব পিঠিত কিল;
তয়ো কম নহয় ময়ো কম নহও
তোৰে মোৰে ভাই একেই দিল!

নাটখনত স্বাধীনতা আন্দোলনৰ তীব্ৰতা নাট্যকাৰে স্পষ্টভাবে প্ৰকাশ কৰিছে। আনফালে অস্পৃশ্যতাৰ বিষ বাষ্প দূৰীকৰণাৰ্থে কৰা প্ৰচেষ্টাও প্ৰদৰ্শন কৰা হৈছে। আন এটি দৃশ্যত কানি যে বৰ বিহ এই কথা বুজাই দিয়া হৈছে। এনেদৰে এপিনে স্বদেশী আন্দোলন আৰু আনপিনে সংস্কাৰকামী মনোবৃত্তিৰে আনন্দি দাসে বিজুলী নাটখন লিখিছে। স্বাধীনতা আন্দোলনেই যদিও নাটকৰ প্ৰধান বিষয় বস্তু তথাপি ইয়াৰ বিকাশত নাট্যকাৰৰ মৌলিকতা লক্ষ্য কৰা যায়। এইখন নাটক মঞ্চস্থ কৰা হৈছিল নে নাই জনা নেযায়। উপযুক্ত পৰিচালনাৰে নাটখন মঞ্চস্থ কৰা হলে নাট্য সাহিত্যৰ বুৰঞ্জীত আনন্দি ৰাম দাসৰ নাম মাত্ৰ এইখন নাটকৰ জৰিয়তেই বৈ-বৈ গ'লহেতেন।

## গীতি আলেখ্য

আনন্দি ৰাম দাসে ৬ খন গীতি আলেখ্য লিখিছিল। সেই আলেখ্য সমূহ ক্ৰমে

আমাৰ ভোগালী বিহু, ৰুণ-জুন, অকণিৰ জয় যাত্ৰা, তেজীমলা, গছে কথা কয় পাতে কথা কয় আৰু ৰংপুৰে বিড়িয়াই। ইয়াৰে আমাৰ ভোগালী বিহু নামৰ গীতি-আলেখ্যখন ১৯৫৯ চনৰ ১৪ জানুৱাৰী তাৰিখে ৰাতি ৮ বজাত ভোগালী বিহু উপলক্ষে আকাশ বাণী গুৱাহাটী কেন্দ্ৰ যোগে প্ৰচাৰ কৰা হৈছিল। গীতি আলেখ্যৰ বিষয় বস্তু ইয়াৰ নামাকৰণেই। ভোগালী আজিৰ নহয়–ই কৌটিকলীয়া। বনকোঁৱৰৰ মতে– "আঘোনৰ পথাৰৰ সোণালী লখিমী মুঠি আহি যিদিনা ভঁৰাল জিলিকি পৰিল, সেই দিনাৰ পৰাই ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৰে অন্তৰ আনন্দত নাচি উঠিল।" গীতি-আলেখ্য খনৰ বিষয় বস্তুৰ আলোচনা এৰি তাত সন্নিবিষ্ট ৫ টা গীতৰ পৰা দুটি গীতৰ উল্লেখেৰেই ইয়াৰ সামৰণি মৰা হ'ল–

১। গীত ঃ সমস্বৰ ঃ

আমি গাঁও একেখন সেউজীয়া পৃথিবীৰ
একেটি সুৰৰ গান
কণ্ঠে কণ্ঠে তুলি ভেদা ভেদ ভুলি
মিলনৰে ঐক্যতান-
একেটি সুৰৰে গান।
একেখন আকাশৰ জোন বেলি তৰা
একে পোহৰৰে দান
এছাটি বতাহেই সুবাস ঢালি দিয়ে
শীতল কৰে মন প্ৰাণ-
একেটি সুৰৰে গান।
একেখন লুইতৰ লুইত পৰীয়া
চিৰ উজ্বল গান
একেখন মাটিৰেই মাটিৰ মানুহ আমি
অধিকাৰ সমান।

২। গীত ঃ সমস্বৰ ঃ

অ' কৌটি কলীয়া ৰাঙতি যুগীয়া

ভোগালী বিহুৰে দিন
ৰাখিব লাগিব আমাৰ ভেলা ঘৰৰ
আমি ভোজে খোৱা চিন
লুইতৰ পাৰতে জিলিকি আছে ঐ
সাতাম পুৰুষীয়া চিন
ভোগালী বিহুতে ভোগ নৈ ওপচে
বাজিছে জীৱনৰ বীণ
শুন্ অ' কৈছে অতীতে ৰিঙিয়াই
মৰা নাই হোৱা নাই লীন
ভোজে ভাতে খাই ভেলা ঘৰে পুৰি
ৰাখিছো জাতিৰে চিন
নেপাবি এনুৱা দিনে সমনীয়া
নেপাবি এনুৱা দিন
নতুনৰ সুৰেৰে জগতৰ মাজতে
যাব যে লাগিব জীণ

আন ৫ খন গীতি-আলেখ্যৰ আলোচনা ইয়াত কৰা হোৱা নাই। লগতে 'লয়নী-পদুম' নামৰ আন এখন পূৰ্ণাঙ্গ সামাজিক নাটকো যে আগত আলোচনা কৰা নহ'ল সেই কথাও এই ছেগতে জনোৱা হ'ল।

## ৰাষ্ট্ৰভাষা প্ৰেছত

বনকোঁৱৰ আনন্দি ৰাম দাসৰ চাকৰি জীৱনৰ ওৰ পৰে অসম ৰাষ্ট্ৰভাষা প্ৰেছত ৰাষ্ট্ৰভাষা প্ৰেছ স্থাপন হোৱা সময়ত বনকোঁৱৰ নিউ প্ৰেছৰ কৰ্মী আছিল। প্ৰেছৰ কম্পজিটৰ হিচাপে কাম কৰি বি অলপ তাকৰীয়া দৰমহা পাইছিল তাৰেই কোনো মতে পৰিয়ালটোৰ পোহ-পাল দিব লগা হৈছিল। বাসস্থানৰ কাৰণে মাটি এটুকুৰা বিচাৰি তেওঁ প্ৰায় হায়ৰাণ হৈছিল আৰু অৱশেষত নানা আলৈ-আহুকালৰ মাজেৰে খাৰঘুলিত

মাটি এডোখৰ কৰিবলৈ সক্ষম হৈছিল। অত্যন্ত পিছপৰা তেতিয়াৰ এই অঞ্চলত বনকোঁৱৰে এটি সৰু পজা সাজি পৰিয়ালটোক ৰ'দ, বতাহ, বৰষুণৰ পৰা ৰক্ষা কৰিছিল। ৰাষ্ট্ৰভাষা স্থাপন হোৱাৰ পিছত ১৯৫৮ চনত এই প্ৰেছত তেওঁ প্ৰধান কম্পজিটৰ হিচাপে কামত সোমায়। ৰাষ্ট্ৰভাষা প্ৰেছত কাম কৰা সময়ত তেওঁ দৰ্মহা পাইছিল মাহে চল্লিশ টকা। এই নাম মাত্ৰ উপাৰ্জনেৰে ল'ৰা-ছোৱালীক উপযুক্ত সা-সুবিধাৰে পঢ়াৰ খৰছ আৰু আন প্ৰয়োজনীয় সামগ্ৰী যোগান ধৰিব নোৱাৰি তেওঁ প্ৰায় বিষন্ন মনে সময় অতিবাহিত কৰিছিল। মুখৰ মিচিকিয়া হাঁহিটিৰে তেওঁ নিজৰ চিন্তা গধুৰ মনটো বান্ধি ৰাখিব পৰা নাছিল আৰু সেয়ে জীৱনৰ সুস্থিৰতাও কোনো দিনেই ঘুৰি অহা নাছিল।

বনকোঁৱৰ আছিল জীৱন সৌন্দৰ্য্যৰ সাধক। ৰাষ্ট্ৰভাষা প্ৰেছৰ সেৱা কালত তেখেতে সময়ৰ সুৰুঙা উলিয়াই ভালেমান গীত ৰচনা কৰিছিল. অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ ৰজত জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতি গ্ৰন্থত আনন্দি দাস ৰচিত গীত 'টোপনী ভঙা গান' তেখেতৰ ফটো সহ প্ৰকাশ হৈছিল। গীতটিৰ ৰচনা তথা কথা বস্তু আছিল মনোৰম। গীতটিৰে তেওঁ আশা কৰিছিল সমাজৰ বুকুত দেখা দিয়া সকলোবোৰ অন্ধ বিশ্বাস, কু-সংস্কাৰ এদিন সমাজৰ বুকুৰ পৰা আতৰি নাইকিয়া হ'ব। সৰল হৃদয়ৰ, পবিত্ৰ মনৰ মানুহ ওলাই পৃথিবীৰ জেউতি চৰাব। সাধু কথাৰ ভূত-প্ৰেতবোৰ মানুহৰ ভয়ৰ কাৰণ নহ'ব। আকাশত শান্তিৰ কপৌ উৰিব আৰু লগে লগে পৃথিবীৰ বুকুত প্ৰেমৰ নিজৰা বব। মানৱ সমাজত চিৰকাল শান্তিৰ নিচান উৰি থকাৰ আশা কৰি লিখা আনন্দি দাসৰ গীতটি সঁচাকৈয়ে নিদ্ৰামগ্ন জনতাৰ কাৰণে যেন 'টোপনি ভঙা গান'–

অ' আমাৰ আগৰ দিনৰ
সোণৰ মানুহ আকৌ ওলাব
ৰূপৰ মানুহ আকৌ ওলাব ;
পৃথিবীৰ দুপিঠি উজলি বিজুলী
দুচকুত চমক লগাব।
সোণতৰা অ' মানুহ দেখি আৰু তুমি নকৰিবা ভয়
হ'ব নৱ যুগৰ আৰু নৱ জ্যোতিৰ অৰুণোদয় ;
ভূত প্ৰেত পিশাচবোৰ চিৰ এন্ধাৰৰ
পাতাল পুৰীৰ গাঁতত লুকাব।
আকাশত যোৰে যোৰে শান্তিৰ কপৌ উৰিব
মৰমে আঁকোৱালি হিয়াৰ হিয়া ভাঙিব

ঘৰে ঘৰে ঘৰ হ'ব ঘিঁউ-মৌ ৰবৰিৰ
শুধৰণীয়ে চকুলো সবাব।
পৃথিবী বঙে ৰূপে হ'ব প্ৰেমকান্তি
শান্তিৰ হাতে হাতে বৈজয়ন্তী
'ৰ'দে ৰবষুণে শিয়ালীৰ বিয়া
ঘৰ-চিৰিকাই তামোল কাটে আমাকো দিয়া'
গীতে-মাতে উকলিবে ৰাতি পুৱাব
ঢোলৰ কোবে শুই থকাক সাৰ পোৱাব।

ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ দ্বাৰা প্ৰকাশিত আলোচনী 'ৰাষ্ট্ৰসেৱক'ত বনকোঁৱৰ আনন্দি ৰাম দাসৰ বহু গীত-কবিতা আদি প্ৰকাশ হৈছিল আৰু তাৰে প্ৰায়খিনিয়েই উচ্চ ভাবধাৰাৰে পুষ্ট উচ্চ মানৰ আছিল। ৰাষ্ট্ৰ সেৱকত প্ৰকাশিত তেখেতৰ তেনে আন এটি গীত 'গা সাহে পিটে গা'ৰ কথাকে আঙুলিয়াব পাৰি। গীতিকাৰ আনন্দি দাসে গীতটিৰ জৰিয়তে বৰাগীক আহ্বান জনাইছে যাতে বৰাগীৰ গীত শুনি শত্ৰুৱে হাঁহিবলৈ নাইবা মিত্ৰই কান্দিবলৈ সুযোগ নেপায়। হতাশা, ব্যথা ভৰা জীৱনৰ কৰুণ ৰোদন নকৰি কেৱল জয় গীত গাই 'পৃথিবী পোহৰ' কৰিবলৈ তেওঁ বৰাগীক অনুৰোধ কৰিছে—

শোকৰ কিননি তুলি তই বৰাগী
নেগাবি গীত ফাকি মৰা মানুহৰ;
শত্ৰুৱে হাঁহিব মিত্ৰিয়ে কান্দিব
কান্দিব অন্তৰী-বন্তৰী মন্তহৰ—
মৰা মৰা মৰা মানুহৰ।
নেলাগে টুকিব দুচকুৰ চকুপানী
চাই মৰিশালী মৰা মানুহৰ;
দি গজাব লাগিব সেউজী দুবৰি তাত
ভূত খেদোৱা জাগটি ভুঁহৰ—
নেগাবি............!
থাকিব লাগিব জাগি কাণসাৰে
লৈ সাহে পিটি জীয়া মানুহৰ;

হাৰিলে জিকিলে নাই একো লাজ
জগতে লিখিব বুৰঞ্জী সাহৰ—
নেগাৰি ..............!
পিতনি পিশাচৰ পাতনি বীৰত্বৰ
পৃথিবী মানুহৰ সুন্দৰ মনোহৰ ;
ধ্বংসকাৰীয়ে পাব ফল ধ্বংসৰ
মানুহেই কৰে পৃথিবী পোহৰ
নেগাৰি ..............!

বিশ্বকবি ৰবীন্দ্ৰ নাথৰ কাব্য ৰস পান কৰি আনন্দি ৰাম দাসে তৃপ্তি লভিছিল। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি তেওঁ দুই এটি কবিতা লিখি প্ৰকাশ কৰিছিল। এই কথা এই গ্ৰন্থৰ ৩৬ পৃষ্ঠাত উল্লেখ কৰা হৈছে। অসম ৰাষ্ট্ৰভাষা সমিতিৰ দ্বাৰা অনুষ্ঠিত কবি গুৰুৰ শত বাৰ্ষিকী সভাত আনন্দি দাসে পাঠ কৰিছিল 'শ্ৰদ্ধাঞ্জলি' নামৰ এটি কবিতা। কবিতাটিত কবিয়ে ৰবীন্দ্ৰ নাথক তেওঁৰ বিশাল সৃষ্টিৰ কাৰণে বিশ্ব ভাৰতীৰ প্ৰকৃত সন্তান বুলি উল্লেখ কৰি লিখিছিল—

হেৰ চিৰ-স্মৰণীয়
ভক্ত হনুমন্তে বক্ষ চিৰি দেখুৱালে
ভগবান শ্ৰীৰামৰ মূৰ্ত্তি এজনৰ,
তুমি দেখুৱালা বিশ্ব প্ৰেম লিখনিৰে
গোটেই বিশ্বখনি প্ৰাণী অগণনৰ।
তাৰ বাবে পালা তুমি মানুহৰ পৰা
ভক্তিৰ আসন খনি ঈশ্বৰ স্বৰূপ,
দাৰ্শনিক, বৈজ্ঞানিক, আধ্যাত্মিক তুমি
অৰূপকো দিলা তুমি ৰূপ অপৰূপ।
সোণক পিতল বুলি পিতলক সোণ
ক'ই ধনী-দুখীয়াকো জ্ঞান বিতৰিলা,
সপ্ত মণ্ডলৰ পৰা সুৰামৃত আনি
সঙ্গীত 'গীতাঞ্জলি'ৰ ৰস ঢালি দিলা।

সেই ৰস সৰগৰ মন্দাকিনী ধাৰা
পান কৰি সকলোৱে হ'ল তৃপ্ত প্ৰাণ
সেই বাবে পৃথিবীয়ে তোমাকেই দিলে
সৰ্ব্বগুণী-জ্ঞানী বুলি বিশ্ব-কবি মান।
নোহোৱা জাতীয়বাদী, পৃথিবীৰ প্ৰাণ
বিশ্ব-ভাৰতীৰ তুমি প্ৰকৃত সন্তান,
শিকালে বাণীয়ে তব ভাতৃত্ব প্ৰেমৰ
অধিকাৰ ঘৰে ঘৰে আছে মোৰো স্থান।
আজি শত বাৰ্ষিকীত জগতবাসীৰ।
তোমাৰ চৰণ স্মৰি হ'ব নত শিৰ।।

ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিত যেতিয়া কাৰ্য্যাধ্যক্ষৰ পদত বাগ্মীবৰ নীলমনি ফুকনদেৱে কাৰ্যনিৰ্বাহ কৰি আছিল তেতিয়া প্ৰেছত আনন্দি দাসে নিযুক্তি পাইছিল শ্ৰমিক ৰূপত। ভাবুক, কবি, বনগীত-কাৰ, সুৰকাৰ, সঙ্গীত শিক্ষক, গায়ক আদি হোৱা আৰু আনপিনে কাৰখানাৰ শ্ৰমিক হোৱাৰ মাজত আকাশ পাতাল তফাৎ দেখা যায় । বিশেষকৈ যি সকল শ্ৰমিক প্ৰধানকৈ যন্ত্ৰৰ লগতে আস্ত-ব্যস্ত হৈ থাকি সামান্য উপাৰ্জনেৰে পৰিয়ালৰ মেটমৰা বোজা কান্ধপাতি লব লগা হয় ; তেওঁলোকেই বেছিকৈ যন্ত্ৰনাৰ সন্মুখীন হব লগা হয়। গতিকে শ্ৰমিক হিচাপে আনন্দি দাসেও এনে যন্ত্ৰনাৰ পৰা গা এৰাই চলিব পৰা নাছিল। বনকোঁৱৰ এজন সদালাপী আৰু জীৱন বেদনাৰ ৰস উলিয়াই, তাকে গল্প কৰি ভাল পোৱা লোক আছিল। মাজে সময়ে বয়সৰ জড়তাই তেখেতক আবিষ্ট কৰিছিল যদিও কামত যথা সাধ্য পৰিপাটি হবলৈ সততে যত্ন কৰিছিল। পৰিস্কাৰ পৰিচ্ছন্ন এই গৰাকী মানুহেই কেতিয়াবা আকৌ চিন্তাই ভাবনাই শুকাই খীণাই গৈছিল। ঘনে ঘনে হুমুনিয়াহ কাঢ়িছিল। চকুৰ লোটক দুগালেৰে বৈ গৈছিল। দৰিদ্ৰতা আৰু বিশেষ পৰিস্থিতিত পৰি তেওঁ এনেদৰে আমন-জিমনকৈ থকা দৃশ্য কোনোজনকে দেখুৱাব নখুজি একগ্ৰতাৰে কাৰখানাৰ কামত মনোনিবেশ কৰিছিল যদিও সহকৰ্মীয়ে বনকোঁৱৰৰ মনৰ অৱস্থা নুবুজাকৈ থকা নাছিল। সেয়ে কোনো সহকৰ্মীয়ে এই বিশেষ কথা সুধিলে তেওঁ প্ৰায়েই কৈছিল "এয়া মোৰ ভাগ্যৰ দোষ! কিনো কৰিম? কপালৰ লিখন কোনোৱে খণ্ডন কৰিব নোৱাৰে।" সমাজত দেখা দিয়া কিছুমান চালে-ৰেৰে কোৱোৱা কথাইও তেওঁৰ মন চিন্তিত কৰি তুলিছিল। যুক্তি বিচাৰৰ পৰিবৰ্ত্তে অযুক্তি অবিচাৰ আৰু অন্যায় অত্যাচাৰত বহুতে এই সংসাৰত যাতনা ভোগ কৰা দেখি আনন্দি দাসৰ

মন তাৰ বিৰুদ্ধে গুজৰি গুমৰি উঠিছিল। সকলোৱে নিজৰ নিজৰ পবিত্ৰ নিয়মবোৰ ঐকান্তিকতাৰে পালন কৰিলেই হ'ব সংসাৰ সুখৰ ঠাই। পৃথিৱী বা এই বিশ্বব্ৰহ্মাণ্ডখনেই নিয়মমতেই চলি আহিছে। ক'তো কোনোদিন ইয়াৰ ব্যতিক্ৰম হোৱা কোনেও দেখা নাই। কিন্তু এইবোৰ কথা সহজে বুজিপোৱা লোকেই আকৌ পবিত্ৰ নিয়ম ভাঙি চুৰমাৰ কৰি সুখৰ সংসাৰত জুই জ্বলাই ৰং চাব খোজে। মানবীয় অনুভূতি, দয়া, মৰম-স্নেহ জলাঞ্জলি দি এওঁলোকে কেতিয়াবা ৰাক্ষস মূৰ্ত্তি ধাৰণ কৰি সমাজত ত্ৰাসৰ সঞ্চাৰ কৰিব খোজে। কবি আনন্দি দাসে এনেচাম লোকক পশুতকৈও অধম বুলি লিখা কবিতা এটি ১৯৫৯ চনৰ নবেম্বৰ সংখ্যা 'ৰাষ্ট্ৰসেৱক' আলোচনীখনত প্ৰকাশ হৈছিল। "বিচাৰ দৰ্শন" নামৰ এই কবিতাটিত তেওঁ লিখিছিল—

অন্তৰ মৰমে ভৰা মানুহৰ প্ৰক্ৰি যাৰ
আকোৱালী ধৰা,
গছকত মৰে বুলি পৰুৱা পিপৰাটিও
দৌৰি-পুৰি মৰা।
বিচাৰ দৰ্শনতেই আছে এই পৃথিৱীখন
ভলমি নিতউ,
নেথাকিব নেথাকিলে চিন্তা জ্ঞান অনুভূতি
মানবীয় পুঁজি।
নোৱাৰে থাকিব তিষ্ঠি ধ্বংসকাৰী দলবোৰ
হিংসাৰ আশাৰে,
অহিংসাৰ ধৰ্মাগ্নিত ধ্বংসে হ'ব জ্বলি-পুৰি
কৰ্ম অনুসাৰে।
আছে যাৰ অন্তৰত বিচাৰ দৰ্শন তেৱেঁ
প্ৰকৃত মানৱ
এই গুণ নাই যাৰ পশুতো অধম তেওঁ
দুৰ্বৃত্ত দানৱ।

কেতিয়াবা এওঁনি-জেওঁনিত পৰি আহ্বানৰ সন্মুখীন হৈছিল নাইবা ক'ৰবাত কদৰ্থনা পাইছিল যদিও নীলকণ্ঠৰ দৰে নিৰ্বিকাৰে তেখেতে সেইবোৰ নীৰৱে সহ্য কৰিছিল। ব্যক্তিগত জীৱনত দেখি ঠেকি আৰু লেখি লাভকৰা বাস্তৱ অভিজ্ঞতাৰ

ফলস্বৰূপেই তেখেত বৰ সহনশীল আৰু বিনম্র হৈ পৰিছিল। প্রেছৰ টাইপ আৰু ছিকত নিজৰ দৃষ্টি নিবদ্ধ ৰাখি আন সহকর্মী সকলকো নিষ্ঠা সহকাৰে কামকৰি যাবলৈ উপদেশ দিছিল। প্রেছলৈ কোনোবা সহকর্মীয়ে নতুন কিবা বস্তু যেনে ঘড়ী, জোতা, চোলা, পেন্ট আদি লৈ আহিলে আনন্দি দাসে তাকে ধেমালিতে কৈছিল– "বাঃ বৰ বঢ়িয়া বস্তু আনিছাহে। আজি তেনেহলে মুখ মিঠা কৰাহে ভাল। বেয়া কলো নেকি?" আন সকলেও "ভালেই" বুলি তেওঁৰ কথাৰ সুৰতেই সুৰ মিলাই দিয়ে। কেতিয়াবা আকৌ তেখেতে নিজেই সহকর্মী সকলক চাহ খুৱালে কোনোজনে "চাহ খুওৱাৰ কাৰণটোহে নেজানিলো" বুলি যদি চকু টিপি কয় তেতিয়া তাৰ উত্তৰো আনন্দি দাসে প্রায় এনেদৰে দি কৈছিল–"জীৱনটো কেইদিনৰ বাবেহে? আজি আছো কালি নাই। দুদিন হাঁহি-মাতি লোৱা, তাৰ পিছত সকলো শেষ।" সেইদৰে আন বন্ধুৰ আলৈ-বিলৈ দেখিলে আতৌ-পুতৌ কৰি যি পাৰে সহায় কৰিছিল।

১৯৫৮ চনৰ পৰা ১৯৬৫ চনলৈ ৰাষ্ট্রভাষা প্রেছত তেওঁৰ কর্মময় জীৱন বহু স্মৰণীয় ঘটনাৰে ভৰপুৰ আছিল। ৰাষ্ট্রভাষাৰ সমাৰোহ বা আন সন্মিলনবোৰত কেৱল যে কবিতা পাঠেই কৰিছিল এনে নহয় গীত পৰিৱেশনো কৰিছিল। নিজৰ ছাত্র-ছাত্রী সকলৰ মাজত নতুন গীতৰ আখৰা কৰি, সিহঁতৰ কণ্ঠেৰে স্বৰচিত গীত শুনাই উপস্থিত ৰাইজৰ পৰা সমাদৰ লভিছিল।

ৰাষ্ট্রভাষা প্রেছত কাম কৰা সময়তে তেখেতে বহু কষ্টেৰে দুটা কোঠালিৰে এটি সৰু ঘৰ সাজিবলৈ লৈ আহুকালত পৰিছিল। কাৰণ থাবৰ বোজা মূৰত লৈও ঘৰৰ কাম সম্পূর্ণ কৰিবলৈ কিছু বাকী থকা অৱস্থাতে প্রেছৰ পৰা তেখেতে বিদায় লবলগীয়া হৈছিল।

## বনকোঁৱৰৰ সাহিত্য সেৱাত সন্তুষ্টি প্রকাশ

বনকোঁৱৰ আনন্দি ৰাম দাসৰ শিল্প কলাৰ জগতলৈ যোগোৱা অৱদানৰ প্রতি সন্তুষ্ট হৈ অসমৰ যি দুই এটি সাংস্কৃতিক অনুষ্ঠান-প্রতিষ্ঠানে সশ্রদ্ধাৰে তেওঁলৈ মানপত্র প্রদান কৰিছিল, সেইবোৰৰ সংখ্যা নিচেই তাকৰ আছিল যদিও সেয়াই বনকোঁৱৰৰ মনলৈ উৎসাহ, উদ্দীপনা সনা আশিস বৰষিছিল। আনন্দি দাসক আনন্দ মনে আৰু দুগুণ উৎসাহেৰে শিল্পীৰ পৃথিৱীত বাট বুলিবলৈ সেইবোৰে ইন্ধন যোগাইছিল। বনকোঁৱৰ আনন্দিৰাম দাসে কিন্তু কেতিয়াও মান-সন্মান বিচাৰি ফুৰা নাছিল। সাহিত্য-সঙ্গীত জগতলৈ যি অৱদান তেওঁ দিছে সেই অৱদানৰ ফলত কলাপ্রেমী ৰাইজৰ প্রাণত কিঞ্চিত পৰিমানেও যদি আনন্দৰ জোৱাৰ উঠে তেতিয়া আনন্দি ৰাম নিজেই আনন্দিত হয়।

ইয়াতেই সকলো মান-সন্মান তেওঁ বিচাৰি পায়। সি যি কি নহওক তেখেতে প্ৰথম মান-পত্ৰ এখন পায় ১৯৩৭ চনত। সেই মান-পত্ৰখনৰ কথা এনেধৰণৰ –

অসম সাহিত্য সভা

সপ্তদশ বাৰ্ষিক অধিৱেশন

অভ্যৰ্থনা সমিতি

গুৱাহাটী | মান-পত্ৰ | ১৮৫৯ শঁক

সঙ্গীত / সুকুমাৰ কলা বিষয়ত কৃতিত্ব লাভ কৰি (বন-গীত ক-শাখা) প্ৰথম ঠাই অধিকাৰ কৰা বাবে গুৱাহাটীৰ শ্ৰীযুত আনন্দি ৰাম দাসক এই মান-পত্ৰ সাদৰেৰে দিয়া হ'ল।

সভাপতি | ইং ১৯৩৭ চন | সম্পাদক সকল

শ্ৰীগোপী বৰদলৈ | মহম্মদ মুহিবুল্লা

সম্পাদক ঃ সঙ্গীত / সুকুমাৰ কলা | শ্ৰী উমেশ চৌধাৰী

শ্ৰীশশী কান্ত গোস্বামী | শ্ৰীহৰমোহন দাস

অভ্যৰ্থনা সমিতি, গুৱাহাটী | অভ্যৰ্থনা সমিতি, গুৱাহাটী

'বনকোঁৱৰ' উপাধি প্ৰদান কৰি গুৱাহাটীৰ এটি আগৰুৱা সাংস্কৃতিক অনুষ্ঠান 'প্ৰগতি শিল্পী সংঘ'ই দিয়া সন্মানিত পত্ৰ–

প্ৰগতি শিল্পী সঙ্ঘৰ সপ্তম বাৰ্ষিক

অধিৱেশন

১৯৫৯ চন

সত্যম্ শিৱম্ সুন্দৰম্

প্ৰগতি শিল্পী সঙ্ঘ

সন্মানিত পত্ৰ

অসমৰ সঙ্গীত জগতত শ্ৰীযুত আনন্দি দাসে বনগীতৰ মাধ্যমেৰে যি ৰচনা আৰু সুৰ সৃষ্টিৰে এটা চিৰস্মৰণীয় অৱদান দিছে, তাৰ স্বীকৃতি স্বৰূপে তেখেতক "প্ৰগতি শিল্পী সঙ্ঘ"ৰ তৰফৰ পৰা "বনকোঁৱৰ" উপাধিৰে সন্মানিত কৰা হ'ল।

গুৱাহাটী | প্ৰগতি শিল্পী সঙ্ঘ

১৯-৯-৫৯ | সভ্যবৃন্দ

অসমৰ সাংস্কৃতিক কেন্দ্ৰ গুৱাহাটীৰ বুকুত ১৯৫৪ চনৰ মাজ ভাগত জন্ম লাভ কৰা আন এটি সাংস্কৃতিক অনুষ্ঠান "নিউ আৰ্ট প্লেয়াৰ্ছ"। এই অনুষ্ঠানটিৰ লগতো বনকোঁৱৰৰ এৰাব নোৱাৰা মধুৰ সম্বন্ধ স্থাপন হৈছিল। নিউ আৰ্ট প্লেয়াৰ্ছৰ ১৯৫৮ চনত প্ৰথম প্ৰকাশিত আৰু জাহিদ চৌধুৰী, দীপক বৰঠাকুৰৰ দ্বাৰা সম্পাদিত সংস্কৃতি মূলক ইংৰাজী আলোচনী 'দি কাল্‌চাৰেল ৰিভিউ'ত এটি অসমীয়া শাখাও খোলা হৈছিল। এই শাখাৰ 'প্ৰণাম লব' শিতানটিত অসমৰ বিশিষ্ট শিল্পী ড০ ভূপেন হাজৰিকা, বিষ্ণু প্ৰসাদ ৰাভা, ফণী শৰ্মা, শ্ৰীপ্ৰবীণ ফুকন, শ্ৰী নিপ বৰুৱা, শ্ৰীচাৰু বৰদলৈ, শ্ৰীসৰ্বেশ্বৰ চক্ৰবৰ্ত্তী, শ্ৰীলক্ষ্য চৌধুৰী আৰু দেবেন শৰ্মাৰ লগতে বনকোঁৱৰ আনন্দি ৰাম দাসবো অসমৰ কলা ক্ষেত্ৰলৈ যোগোৱা ন ন অৱদানৰ কথা উল্লেখ কৰা হৈছে। তাত আনন্দি ৰাম দাসৰ বিষয়ে লিখিছে– "অসমৰ মাটিৰ লগত জড়িত সুৰ আৰু কথাৰ সৃষ্টিকাৰী শ্ৰীযুত আনন্দি ৰাম দাস, আমাৰ ............।

দাস ডাঙৰীয়া। সুৰ, ভাষা আৰু কথাৰ সংমিশ্ৰনত সৃষ্টি হোৱা অসমীয়া বুকুৰ পৰা সুৰবোৰ, ভাষাবোৰ আৰু কথাবোৰৰ ন ন ৰূপ দি অসমীক ধুনীয়া কৰি তোলাত আপোনাৰ অৱদান বহুতো। আপোনাৰ অভিজ্ঞতাৰ পৰশত অসমৰ প্ৰকৃতিৰ ভাষাবোৰ, বিহগীৰ সুৰবোৰৰ নতুন সোৱাদ বোধহয় নিশ্চয় বিচাৰিব পাৰো?"

বনকোঁৱৰ ৰচিত 'শিল্পী হিয়াৰ সুৰ' নামৰ গীতটি নিউ আৰ্ট প্লেয়াৰ্ছে তেওঁলোকৰ সংঘৰ মুখ্য সমবেত সঙ্গীত হিচাপে গ্ৰহণ কৰা কাৰ্যও হ'ল বনকোঁৱৰৰ বৰগুণিৰ প্ৰতি জনোৱা প্ৰকৃত সন্মান। সেই গীতটিৰ পৰিচয় ইয়াতে দাঙি ধৰা হ'ল–

আমি আগুৱাই যাওঁ আগুৱাই
আগুৱাই- আগুৱাই- আগুৱাই;
শিল্পী হিয়াৰ হিয়া ফালি
তৰুণ-অৰুণ পোহৰ ঢালি
জগত তেনেই পোহৰাই!
মৰিব অহা নাই আহিছোঁ থাকিব
যুগে যুগে যুগৰ চকুলো ৰোৱাই;
জীয়াই থকাৰ বিটি বিশ্ব প্ৰেমৰ গীতি
গাই-গোৱাই আমি হিয়াই হিয়াই!
আমি কৈ যাম পৃথিবীৰ দুপিঠিৰ

পৰ্ব্বতৰ টিঙে টিঙে
ৰিঙিয়াই-ৰিঙিয়াই !
ভঙা-গঢ়া পৃথিবীৰ ভগবান মানুহেই
আমি লুকুাই থোৱা
মানুহেই লুকুৱাই
সৰগত একো নাই
একো নাই একো নাই।

গীতটি 'দি কাল্চাৰেল ৰিভিউ'ত প্ৰকাশিত হৈছে। ইয়াতে ১৯৪৭ চনত 'গুৱাহাটী বিহু সন্মিলনী'ত 'নিউ আৰ্ট প্লেয়াৰ্ছ'ৰ দ্বাৰা নিবেদিত বনকোঁৱৰ ৰচিত 'সেউজীয়া পাতে পাতে' নৃত্য নাটিকাৰ দুটি নৃত্যৰত দৃশ্যও কেমেৰাৰে এই আলোচনীখনত সুন্দৰকৈ ধৰি ৰখা হৈছে। ১৯৫৯ চনৰ ১৬ আগষ্ট তাৰিখে আনন্দি ৰাম দাসক নিউ আৰ্ট প্লেয়াৰ্ছৰ সভ্য বৃন্দইও ৰাজহুৱা ভাবে সম্বৰ্দ্ধনা জনাই মান-পত্ৰ প্ৰদান কৰিছিল এনেদৰে —

অসমৰ অন্যতম সঙ্গীতজ্ঞ আৰু গীতিকাৰ
শ্ৰীযুত আনন্দি ৰাম দাসদেৱলৈ—

দাস ডাঙৰীয়া,

সুৰ ভাষা আৰু কথাৰ সংমিশ্ৰনত সৃষ্টি হোৱা অসমীৰ বুকুৰ পৰা সুৰবোৰ ভাষাবোৰ আৰু কথাবোৰক ন ন ৰূপ দি অসমীক আটক ধুনীয়া কৰি তোলাত আপোনাৰ অৱদান কিমান, সি আজি প্ৰতিজন অসমীয়াৰেই মাজত বিদিত। বন-গীতৰ গুঁজা বুলি কলে যে আপোনাৰ প্ৰতিভাকেই বুজায় সি অনস্বীকাৰ্য্য। আপোনাৰ সুকোমল কণ্ঠৰ পৰা নিজৰি ওলোৱা বিহু সুৰীয়া বন-গীতবোৰ শুনিলে যি কোনো অসমীয়াৰেই মনবোৰ সেই সাতাম পুৰুষীয়া বিহু তলিখনলৈ উধাও যাবে, ই ধ্ৰুৱ সত্য।

ইয়াৰ বাহিৰেও আপোনাৰ কাপৰ পৰা ওলোৱা "মোহন-মালতী" এখন সাৰ্থক সামাজিক নাটক। সমাজখনিৰ এটা ফাল এই নাটকখনে বাৰুকৈয়ে ডাঙি ধৰিছে। আপোনাৰ প্ৰতিভাৰ ইমানতে অন্ত হোৱা নাই। আপুনি "ৰৰদৈচিলা" কে আদি কৰি যিকেইখন নৃত্য-নাটিকা ৰচনা কৰিছে সেইবোৰেই ডাঙি ধৰে আপোনাৰ সৃষ্টি ধৰ্ম্মী শিল্পী ফালটোক।

দাস ডাঙৰীয়া,

যদিও আজি এবাৰ নোৱাৰা কিছুমান বিষয়ৰ বাবে আপুনি আমাৰ মাজৰ পৰা

ফালৰি কাটি যাবলগীয়া হৈছে তথাপি আপোনাৰ বিহু-গীতৰ অভিজ্ঞতাখিনিৰে আমি আমাৰ অন্তৰৰ বিহু-তলিখনি বজন জনাই তোলাৰ কল্পনা কৰিব পাৰো নে?

সদৌ শেষত আমি আপোনাৰ সুদীৰ্ঘ ও নিৰোগী জীৱন লাভাৰ্থে মঙ্গলময়ৰ ওচৰত প্ৰাৰ্থনা জনালো।

বিনীত

স্বাঃ (অস্পষ্ট) — শ্ৰীমহেন্দ্ৰ কুমাৰ বৰুৱা

সাধাৰণ সম্পাদক — সভাপতি

"নিউ আৰ্ট প্ৰেয়াৰ্ছ", গুৱাহাটী — ১৬-৮-৫৯ ইং

সম্বৰ্দ্ধনাৰ উত্তৰ কেতিয়াবা আনন্দি ৰাম দাসে তাষণেৰে আৰু কেতিয়াবা গীত কবিতাৰে দি মনৰ উদাৰতা, সুবিমল চিন্তা ৰাশি প্ৰকাশ কৰিছিল। ১৯৫৮ চনৰ ১৬ এপ্ৰিল তাৰিখে তেওঁৰ আজীৱন আশাতধীয়া সাহিত্য-সেৱাত সন্তুষ্ট হৈ "গুৱাহাটী বিহু সন্মিলনী" য়ে জনোৱা সম্বৰ্দ্ধনাত মুগ্ধ হৈ বনকোঁৱৰে "গোটেই পৃথিবীখন হক বিহুতলি" নামৰ তলত উল্লেখিত স্বৰচিত কবিতাটিৰে সমবেত সুধী সমাজলৈ ওলগ যাচি বিশ্ব ভাতৃত্বৰ ভাব সঞ্চাৰিত কৰিছিল। গীতটি সেই বছৰৰে ৮ মে তাৰিখৰ 'অসমীয়া' বাতৰি কাকতখনত প্ৰকাশ হৈছিল—

বিহু মোৰ জীয়াই থকাৰ আশা উদ্দীপনা
জীৱনৰ ছবিখনি সাত ৰঙ সনা
সেউজীয়া মন্ত্ৰ ;
গাই নিতে আওৰাই যোৱা বিহুগীত এটি
নিখুঁত ৰচনা যিটি বিশ্ব-সাম্য-মৈত্ৰী
এখনি সু-তন্ত্ৰ।
বিহু মোৰ চেতনা প্ৰাণৰ দোক-মোকালিৰ
কাছৰ নাঙলখনি কৰ্ম প্ৰেৰণাৰ
এটি বল-যোৰা ;
সোণগজা পথাৰখনিৰ দুবৰি গচকি
হাঁহি মোক দেখা দিয়া সজীৱতা ঢালি
হেঙুলীয়া উষা।
বিহু মোৰ চেনেহী দেশৰ চিন্তা অনুভূতি
আনকো বিলোৱা মই যি মুঠি লখিমী
জীয়াই থকাৰ ;

পোৱা তাতেই জীৱনে মোৰ শান্তি আৰু তৃপ্তি
বিপদ শঙ্কা পথৰ কবচ্ এগছি
জীৱন ৰক্ষাৰ !
বিহু মোৰ বিশ্ব ভাতৃত্বৰ ভালপোৱা প্ৰীতি
হাঁহি আৰু আনন্দৰ মিলন-মাধুৰী
উছৱ এখনি ;
মোৰ গোটেই পৃথিবীখন হক্ বিহুতলি
শান্তিৰ প্ৰতীক হক্ প্ৰতি শিৰে শিৰে
বিহুৱান খনি !

# বনকোঁৱৰৰ মৃত্যু

এই ধুনীয়া পৃথিবীখনৰ পৰা কোনোৱে মৃত্যু কামনা কৰি স্বৰ্গলৈ যোৱাৰ হেপাহ নকৰে। স্বৰ্গ সুখৰ বৰ্ণনা শুনিও স্বৰ্গলৈ যাব নোখোজে। "পুনৰ সুন্দৰ জীৱন লাভ কৰিবা এতিয়া স্বৰ্গলৈ যোৱা" বুলি কলেও সেই কথা শুনি কোনোৱে মৃত্যু পথ বিচাৰি নলয়। তথাপি মানুহৰ মৃত্যু হয়। প্ৰতিজনেই ভাবে—"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে। মানবেৰ মাঝে আমি বাসিবাৰে চাই।" তথাপি এই পৃথিবী এৰি প্ৰতিজনেই গুচি যায় অজান ঠাইলৈ। অসমৰ সাংস্কৃতিক জগতৰ বনগীতৰ বাটকটীয়া বনকোঁৱৰ আনন্দি ৰাম দাসো অসমৰ কলা জগতৰ কথা ভাবিয়েই এদিন ৰোগশয্যাত পৰিল। মাজতে এবাৰ বাত বিষ হৈ তেওঁ চাৰি মাহৰ পিচত ভাল পাইছিল যদিও আকৌ তেওঁ হাপানী বেমাৰত ভুগিলে। অসুখ ক্ৰমে বেছি হৈ আহিল। কেইজন মান বন্ধুৱে তেখেতক ভালদৰে চিকিৎসা কৰিবলৈ উপদেশ দিলে। এনে উপদেশ বহুজনৰ পৰাই বনকোঁৱৰে পালে কিন্তু চিকিৎসাৰ কাৰণে যি অৰ্থৰ প্ৰয়োজন সেই অৰ্থ সম্বল তেখেতৰ নাছিল। পত্নী দেৱযানী দাসেও ডাক্তৰ মাতিব খুজিলে প্ৰায় কৈছিল— "এনে বতৰত অলপ বেছি হয়। কেইদিন মান পিচত ভাল পাম। গতিকে ডাক্তৰ বিচাৰিব নেলাগে"। অৰ্থৰ নাটনিত পৰিয়েই তেনেদৰে কোৱা বুলি পত্নীয়ে জানে যদিও ডাক্তৰ মাতিছিল কিন্তু চিকিৎসাই ফল নিদিয়া যেন পাই বনকোঁৱৰক গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত থলে।

১৯৬৯ চনৰ ২২ জুলাই। সেই দিনাৰে পৰা বনকোঁৱৰৰ শোৱা বিচনা হ'ল চিকিৎসালয়ত। বনকোঁৱৰৰ পত্নী, পুত্ৰ, কন্যা, আত্মীয় স্বজনৰ দিনে-নিশাই অহা-যোৱা চলিল এই চিকিৎসালয়খনলৈ। স্বামীৰ শুশ্ৰুষা কৰি পত্নী দেৱযানী ক্ৰমে অৱশ হৈ

পৰিল। আনন্দি দাসে কিছুসময়ৰ মূৰত কেতিয়াবা অলপ ভালপোৱা যেন পালেই তাকেই অধিক ভালপোৱা যেন দেখুৱাই পত্নীক ঘৰলৈ গৈ ভাত-পানী খাই বিশ্ৰাম লৈ আহিবলৈ কয়। কেতিয়াবা ৰোগশয্যাত বাগৰিয়েই স্বৰচিত কবিতা মনলৈ আনি আওৰায়—

প্ৰাণৰে দেৱতা প্ৰাণতে থাকি মোৰ
সহিবা কতনো ব্যথা,
ব্যথা- বেদনাৰে ভঁৰা শুনিবা কিমান
মোৰ জীৱনৰে কথা?
কথা-কওতে হিয়াৰ
প্ৰণয়ৰ মোৰ
পালো হিয়া ভগা শত
বিষাদৰে সুৰ
পিন্ধা মোৰ ই সুৰৰে মালা
ব্যথা বেদনাৰে গঁথা !

***

প্ৰিয়- ভাল লাগে যদি মোৰ
গাবা মাথো এটি গান
হিয়া শোণিতেৰে লিখা
সেয়ে মোৰ অৱদান—
গাবা মাথো এটি গান !
তাৰ ছন্দে ছন্দে আছে
তোমাৰ কাহিনী-কথা,
শিল্পী জীৱনৰ যত
ঘাত-প্ৰতিঘাত ব্যথা—
তুমি মই— মই তুমি
নাই একো ব্যৱধান—
গাবা মাথো এটি গান !
আছে আৰু গাই অহা
জীৱনৰ যত গান
আঁকি লোৱা ছবিখনি

সুন্দৰৰ সন্ধান—
দিয়া মান অভিমান
যতমানে বলিদান
বিনিময়ে পোৱা তাৰ
অপবাদ—অপমান—
গাবা, মাথো এটি গান !

তেখেতে লিখা বিভিন্ন গীত-কবিতাবোৰ ৰোগ শয্যাত পৰি এইদৰে গুণ্ গুনাই গাই দুখ-যন্ত্রনাবোৰ পাহৰিব খোজে। ৰোগ শয্যাত থকা দিনকেইটিত আনন্দি দাসে তেখেতৰ পত্নীক প্রায়ে কৈছিল— "ঘৰত মোৰ টেবুলৰ ওপৰত থকা বহী, কিতাপবোৰ যিদৰে এৰি আহিছো ঠিক সেইদৰে আছেনে নাই? তালৈ কোনোবা গৈছিল নেকি? মই লিখা কাগজ-পত্রবোৰ ভালদৰে ৰাখিবা। জীৱনত মই ধন-সম্পত্তি একো কৰিব নোৱাৰিলো। ওৰে জীৱন সংগ্রাম কৰি তোমালোকক দিলো মাত্র কেইখনমান কিতাপ! বহুত লিখা এতিয়াও প্রকাশ নহ'ল। তথাপি সকলোখিনি সযতনে ৰাখিবা। কেতিয়াবা কোনোবাই মোৰ লিখাবোৰ বিচাৰিব পাৰে। প্রকাশ হব পাৰে। সেই দিনলৈ অন্ততঃ মোৰ গীত, কবিতা, নাটক, নৃত্য-নাটিকা, গীতি আলেখ্য আদি ৰচনাবোৰ উঁই-পৰুৱাৰ পৰা ৰক্ষা কৰি থবা।" স্বামীৰ মনোবেদনা মৰ্মে মৰ্মে উপলব্ধি কৰি চকুপানী টুকি টুকি পত্নী দেৱযানীয়ে তেখেতক শান্তনা দি কৈছিল—"আপোনাৰ লিখাবোৰলৈ ইমান চিন্তা নকৰিব। তাত কোনোৱে হাত দিয়া নাই। মই থাকোতে সেইবোৰৰ এখিলা কাগজো হৰণ-ভগন হবলৈ নিদিওঁ।"

হস্পিতালত থকাৰ এসপ্তাহমান পিচৰে পৰা তেখেতৰ অৱস্থা বেয়াৰ পিনে ঢাল খায়। সিদিনা ১৯৬৯ চনৰ ৪ আগষ্ট। সোমবাৰ। আবেলি চাৰি বজাত বনকোঁৱৰ আনন্দি ৰাম দাসৰ জীৱনৰ অন্ত পৰিল। পুত্র-পৰিয়াল, আত্মীয়-স্বজন সকলোকে শোকত মৃয়মান কৰি তেখেতে এই ধৰাধাম এৰি গুচি গ'ল। মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে হস্পিতালৰ সন্মুখত যেতিয়া নগৰৰ গণ্য-মান্য লোকৰ বহুল সমাগম হবলৈ ধৰিলে তেতিয়া দুই এজন ডাক্তৰ, নার্চ আৰু আনলোকে সোধ-পোচ কৰিলে—"কোন মৰিল বাৰু? মানুহৰ ইমান ভিৰ ! কোনো ডাঙৰ মানুহেই মৰিল হব পায়!"

সন্থিয়া সকলো শ্রেণীৰ লোকেৰে শোভা-যাত্রা কৰি আনন্দি দাসৰ মৃত দেহ ঘৰৰ পৰা লতাশিল, কুমাৰ ভাস্কৰ নাট্য মন্দিৰ, উজান বজাৰ, গুৱাহাটী ক্লাব আদি স্থানেৰে লৈ গৈ নবগ্রহ শ্মশানত থলে। শ্মশানত সন্থিয়া লোকৰ সমাগম ক্রমে বৃদ্ধি পায়। সকলো যেন বনকোঁৱৰৰ মৃত্যুত ম্রিয়মান। বিবোৰ অনুষ্ঠান প্রতিষ্ঠানৰ লগত তেখেত জড়িত

হৈ আছিল সেই সত্তৰবোৰৰ কৰ্মকৰ্ত্তা সকলে পথত আৰু শ্মশানতো মৃতদেহৰ ওপৰত মাল্যাৰ্পণ কৰি অন্তিম শ্ৰদ্ধা নিবেদন কৰিলে। নিশা প্ৰায় ৮ বজাত বনকোঁৱৰৰ চিতা জুই কুৰা দপ্ দপ্‌কৈ জ্বলি উঠিল আৰু লগে লগে আনন্দি দাসৰ নশ্বৰ দেহ ছাইত পৰিণত হ'ল।

শ্মশানলৈ অহা-যোৱা কৰা দুই চাৰি গৰাকীয়ে সিদিনা সন্ধিয়া কথন-মথন কৰিছিল বনকোঁৱৰৰ বিষয়ে বহু ধৰণে। তাৰে দুই এষাৰ মন্তব্য এনে ধৰণৰ— তেখেতৰ হৃদয় উদাৰ আৰু মন প্ৰশান্ত আছিল। তেওঁ শীতল মনৰ আৰু মধুৰ বচনৰ লোক আছিল। আনন্দি দাস সঁচাকৈয়ে ধুন-পেচ নোহোৱা নিকা প্ৰকৃতিৰ লোক।........ অসম মাতৃক বিবিধ উপচাৰেৰে তেওঁ পূজা কৰিলে। তেখেতৰ আজীৱন সেৱাক অসমীয়াই পাহৰিব নোৱাৰে। ........ আনন্দি দাসৰ সৰলতাত মুগ্ধ নোহোৱা লোক নাছিলেই। ......... আনন্দি দাসৰ শত্ৰু নাছিল। তেওঁ অজাতশত্ৰু। এইদৰে তেখেতক গীতিকাৰ, কবি, নাট্যকাৰ, ৰেকৰ্ড গায়ক, অনাতাঁৰ শিল্পী হিচাপেও নানাজনে নানা মন্তব্য কৰিলে।

## হুমুনিয়া

জীৱন কালত প্ৰতিজন মানুহেই নিজৰ যে এদিন মৃত্যু ঘটিব সেই কথা ভালদৰে জানে। আপোন মৃত্যুৰ কথা জানিয়েই কোনোৱে বৃদ্ধাৱস্থাত আৰু আন কোনোৱে ৰুগ্ন অৱস্থাত জীৱিত কালতেই নিজৰ কবলগীয়া কথা কৈ যায়। সুস্থ-সবল অৱস্থাতো কোনোৱে আগতিয়াকৈ সকলো কথা কৈ থয়। এদিন যে এই পৃথিৱী এৰি চিৰদিনৰ কাৰণে গুচি যাব লাগিব সেই কথা আনন্দি দাসেও জানিছিল আৰু সেই ক্ষেত্ৰত তেখেতৰ সাঁচতীয়া ধন-সম্পত্তি বুলিবলৈ যিহেতু বিশেষ একো নাছিল, সেয়ে সেই বিষয়ে তেওঁ ঘুনাক্ষৰেও কোনো কথাই মৃত্যুৰ পূৰ্বে কোনো জনকে কৈ নগ'ল। জীৱনৰ জটিল সমস্যা সমূহৰ মেৰপাকত পৰিও ওৰেটো জীৱন কেৱল সঙ্গীত ৰাজ্যত বিহাৰ কৰা বনকোঁৱৰে নিজৰ হাঁহিখিনি বাহিৰক দি সংসাৰ হাটৰ পৰা বুটলি লৈছিল অনন্ত দুখ। গীত গাই কেতিয়াবা হাঁহিছিল যদিও পুণৰ চকুলোৰে সেই হাঁহিভৰা মুখখন তিয়াই পেলাইছিল। আমাৰ কবি দুৰ্বৰাই কোৱাৰ দৰে—

"হাঁহি আৰু চকুলোৰে মধুৰ মিলন ;
এয়ে হায় মানৱ জীৱন।'

হাঁহি-কান্দোনৰ মাজত জীৱন কটোৱা সময়তে এদিন নিজৰ মৃত্যুৰ কথা চিন্তা কৰি তেওঁ 'হুমুনিয়া' নামৰ কবিতা লিখিছিল। ১৯৬১ চনৰ ১৬ মে তাৰিখে লিখা এই

কবিতাটিৰ জৰিয়তে প্ৰকাশ পাইছে তেখেতৰ নিজৰ ৰচনা সমূহৰ প্ৰতি থকা গভীৰ ভালপোৱা। তেওঁ এদিন চকু মুদি শ্মশানলৈ যাব! শ্মশান হয়তো জনপূৰ্ণ হব! কিন্তু জনপূৰ্ণ শ্মশানো হব কাহ পৰি জীণ যোৱা নিমাত-নিটাল! পৰি থকা লাওখোলা, জঁকা-কামিহাড়ৰ কাষত চিতা-জুই জ্বলিব! শ-দেহত কোনোবে কাঠ জাপি দিব। তেওঁ আশা কৰিছে যেন সেই কাঠৰ লগতে তেওঁৰ সকলো ৰচনাৱলী, কাগজ-পত্ৰও জাপি দিয়ে। তেওঁ লিখা কবিতাৰ পাত কেখিলাই হওক শ্মশানত মৰনৰ চিতা কাঠ! 'চকুৰ পানীৰে লিখা' তেওঁৰ 'স্মৃতি ৰেখা' এই সংসাৰত 'উজলি' থকাৰ ইচ্ছা নকৰি কবিতাটিত লিখিছে–

মোৰ তুমিও নুবুজা হিয়াৰ কবিতা
চকুৰ পানীৰে লিখা
চিতাৰ বুকুতে দিবা জাপি মোৰ
জ্বলোতে অনল শিখা–
চকুৰ পানীৰে লিখা !
ছন্দ আছিলে গন্ধ উতলা
ৰসে ৰূপে ভৰা ভাৱৰ সঁফুৰা
তাকে লৈ হিয়াতে উৰি জোনাকীৰে
উজাগৰে যত নিশা–
চকুৰ পানীৰে লিখা !
মোৰ কবিতাৰ যি কেখিলা তুলাপাত
মৰণৰ দিনা হব সেয়ে চিতা কাঠ
দিবা থুপাই বুটলি নালাগে উজলি
থাকিব স্মৃতিৰে ৰেকা–
চকুৰ পানীৰে লিখা !

তেখেতৰ এনে ভাব মধুৰ কবিতাবোৰৰ ভাষাও মধুৰ। এনে কেইটিমানগীত আৰু কবিতাৰ মাজত বনকোঁৱৰ আনন্দি ৰাম দাসৰ ব্যক্তিগত জীৱনৰ হা-হুমুনিয়া, শোক-তাপ আদি সুন্দৰকৈ প্ৰকাশ হৈছে। অসমীয়া সাহিত্য-সংস্কৃতিৰ নিজকে এজন নিঃকিন সেৱক বুলি ভৰা আনন্দি দাসে সৎ কৰ্মৰ জৰিয়তে মৰিও অমৰ জীৱন লাভ কৰিলে। অমৰত্ব লভিলে। মানুহ মৰিব লাগে জীয়াই থাকিবৰ কাৰণে। বনকোঁৱৰ তেনেকৈয়ে জীয়াই থাকিল অসমৰ কবিতা ৰাজ্যত। সঙ্গীত সৰোবৰত। এই ৰাজ্যত– এই সৰোবৰত বনকোঁৱৰক সংসাৰৰ ৰ'দ তাপে দেই পুৰি নেমাৰে। দুখ, লাজ ভয় ইয়াত নাই। ইয়াত নীচৰ অহংকাৰ আৰু ভণ্ডৰ ভণ্ডামিও নাই। এনেৰি মৰমৰ মাতৰ কাৰণে হাহাকাৰ কৰিবৰ প্ৰয়োজনো নাই। ই এখন মনোমোহা শান্তিৰ ৰাজ্য। ইয়াত আনন্দৰ সুৰহে দিনে-ৰাতি ৰাজি উঠে।

অতীত স্মৃতি ৰোমান্থন কৰি কৰি বনকোঁৱৰে কেতিয়াবা নিজৰ অন্তৰ থৌকি-বাথৌ কৰিছে। দুই এটি কবিতাত কবি জীৱনৰ স্বপ্ন ভঙ্গ আৰু ভাবাবেগৰ কৰুণ চিত্ৰ স্পষ্ট হৈ উঠিছে। তেওঁৰ কল্পনা আছিল আশা-ফুল ফুলাবলৈ ; শান্তি সুখ বিলাবলৈ। কিন্তু সেই আশা-ফুল নিৰাশা বায়ুত জঁই পৰি শুকাই গ'ল। খোপে খোপে উঠি যোৱা বনকোঁৱৰ, জীৱন জখলাৰ পৰা পিছলি পৰিল। প্ৰেম মলয়াত ফুলি উঠা জীৱন বসন্তৰ সৌন্দৰ্য কুসুমো লেৰেলা পৰিল। এই ভাবটো গুলাইছে "জীৱন কবিতা শেষ হলে মোৰ" নামৰ এটি কবিতাত—

মিছাতেই গালো মোৰ
জীৱনৰ অন্তৰোৰ
সুখৰ সঙ্গীত সুমধুৰ সুৰ ;
মিছাতেই জাগিছিল
যৌৱনৰ মতলীয়া
খন্তেকীয়া তৃপ্তি বাসনা বুকুৰ।

মায়াময় সংসাৰৰ কল্পনা ৰথত উঠি অজস্ৰ পথেৰে ঘূৰি ফুৰা কবি আনন্দি দাসে ৰিণিকি ৰিণিকি দেখা পাইছিল জীৱনৰ ৰূপ ৰেখা। 'খন্তেক জিৰণি' লৈ হিয়া জুৰ পেলাবলৈ তেওঁ বহু আশাৰে নিজানত এটি সৰু পজা সাজিছিল। কিন্তু নিজ দেহৰেই য'ত ভৰসা নাই এনে স্থলত কল্পনাৰ সোণালী পঁজাৰ আশাই বা ক'ত? নিৰলে থকা বনকোঁৱৰৰ আশাৰ পঁজা কালৰ সোঁতত নিমিষতে উটি গ'ল। মধুময় সপোনৰ চিন-চাব্ হেৰাল। কতবাৰ কিমানজনে তেওঁক 'দাদা', 'ছাৰ', বনকোঁৱৰ আদি সম্বোধনেৰে স্নেহ-সম্ভাষণ যাচি আঁকোৱালি ধৰিছিল! বিবাহে- উৎসৱে, সভাই-সমিতিয়ে যিগৰাকী আনন্দি দাসে মনৰ আনন্দেৰে, বাজি উঠা ঢোল-খোলৰ মাজত গীত গাই অসম আকাশত সঙ্গীতৰ মূৰ্চ্ছনা তুলিছিল ; সেই গীতিকাৰ, সঙ্গীতজ্ঞ পুৰুষজনৰেই অসমৰ বুকুত স্মৃতি চিন হেৰাই গ'ল। জীৱন যুঁজত তেওঁ দেখিছিল ভৱিষ্যৎ অন্ধকাৰ। জীৱন কালতে সেয়ে কেতিয়াবা তেওঁৰ হৃদয় ভাঙি পৰিছিল—

মিছাতেই ময়ো এটি
সাজিছিলোঁ সৰু পঁজা
খন্তেক জিৰণি লবলৈ হিয়াৰ ;
ভাবিছিলোঁ পৃথিবীত
সেয়ে মোৰ অট্টালিকা
ধুমুহাত সিও হ'ল চুৰ-মাৰ।

## শেষ গান

চিকিৎসালয়ত ৰোগ শয্যাত পৰি থকা দিনকেইটিত আনন্দি ৰাম দাসে ওচৰত কাগজৰ টুকুৰা দেখিলেই তাত গীত বা কবিতা লিখাৰ লোভ সামৰিব পৰা নাছিল। ৰোগৰ বতৰা লোৱা সকলকো বনকোঁৱৰে মাজে-সময়ে স্বৰচিত কবিতাৰ দুই এশাৰীৰেই উত্তৰ দিছিল। নতুনকৈ মুখে মুখে ৰচনা কৰি কোৱা তেনে গীত-কবিতাৰ দুই এটি ক'লি মানুহ আঁতৰি গলেই তৎক্ষণাৎ কাগজৰ টুকুৰাত লিখি থৈছিল। তেনে কাগজৰ ভালেমান টুকুৰাৰ প্ৰতি তেতিয়া বিশেষ মন-কাণ কৰাৰ কাৰণে হস্পিতালত আল্‌পৈচানৰত চিন্তাবিষ্ট পৰিয়ালৰ কোনোৱে সুযোগ পোৱা নাছিল। সেইকবিতাৰ ক'লিবোৰেও যে বনকোঁৱৰৰ জীৱন সংগ্ৰামৰ স্পষ্ট ইঙ্গিত কেতিয়াবা প্ৰকাশ কৰিব পাৰে তেনে সপোনৰ মধুৰ কল্পনা কৰাৰ প্ৰবল শক্তি তেতিয়া বনকোঁৱৰৰ পত্নীৰ মনলৈ অহা নাছিল। ফলত বিষাদ-উলাহ ভৰা সেই কবিতা বহুতো হেৰাল। মাত্ৰ চিকিৎসালয়তে ৰচনা কৰা তেখেতৰ শেষ ৰচিত এটি কবিতাৰ এটি মাত্ৰ ক'লিহে উদ্ধাৰ কৰিব পৰা হৈছে। কবিতাৰ ক'লিটি হ'ল—

শেৱালি তোমাৰ শুকুলা বস্ত্ৰখনি  
হলেও বিধবা জীৱন জুৰোৱা  
বা-বিৰ মৃদু তাৰ গন্ধবোৰ  
বৰ ভাল লাগে মোৰ।

## অশ্ৰু অঞ্জলি

বনকোঁৱৰ আনন্দি ৰাম দাসৰ মৃত্যুৰ বাতৰি বিয়পি পৰাৰ লগে লগে আত্মীয় স্বজন, বন্ধু-বৰ্গৰ উপৰি অসমৰ ভালেমান অনুষ্ঠান আৰু শিল্পী-সাহিত্যিকে শোক সন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জ্ঞাপন কৰে, লগতে বনকোঁৱৰৰ আত্মাৰ সদ্‌গতি কামনা কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনায়। সমবেদনা জ্ঞাপন কৰি পঠোৱা চিঠিবোৰৰ যি দুই এখন সংগ্ৰহ কৰা হৈছে তাক তলত প্ৰকাশ কৰা হ'ল। আনন্দি ৰাম দাসৰ পত্নীলৈ গণ শিল্পী শ্ৰীহেমাঙ্গ বিশ্বাসে লিখা পত্ৰ—

৮ ডি আজগৰ মিস্ত্ৰীলেন  
কলিকতা - ৪৬

নবৌ,

বনকোঁৱৰ আনন্দি দাসৰ মৃত্যু বাতৰিয়ে মোক বৰকৈ মৰ্মাহত কৰিছে। তেওঁ আছিল মোৰ দীৰ্ঘ দিনৰ বন্ধু। ১৯৪৬ চনত গুৱাহাটীত প্ৰথম গণনাট্য সংঘৰ শাখা প্ৰতিষ্ঠা

হয়। তেতিয়া আমি তেওঁক তাৰ প্ৰথম সম্পাদক হিচাপে পাই ধন্য হৈছিলো। পৰৱৰ্ত্তী কালত ১৯৫৩ চনত তেওঁ সদৌ অসম ভাৰতীয় গণ নাট্য শাখাৰ সভাপতি মণ্ডলীৰ সদস্য নিৰ্বাচিত হৈছিল। বনগীত সম্পৰ্কে শিক্ষাও মই তেওঁৰ পৰা লৈছিলো। তেখেতে শিকোৱা ২/৩ টি বনগীত কলিকতা আৰু সৰ্বভাৰতীয় ক্ষেত্ৰত উপস্থিত কৰাৰ সৌভাগ্যও মই পাইছিলোঁ। এইদৰে সাংস্কৃতিক তথা ব্যক্তিগত জীৱনত মোৰ আৰু তেখেতৰ মাজত নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল। এজন শ্ৰেষ্ঠ শ্ৰমিক হিচাপেও তেওঁ আছিল শোষিত মানুহৰ এজন সুযোগ্য প্ৰতিনিধি আৰু আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। সেই কাৰণেই তেওঁৰ মৃত্যুৱে মোক শোক কাতৰ কৰিছে। আপোনাক সান্ত্বনা জনোৱাৰ ভাষা মোৰ নাই। আপোনালোকে মোৰ গভীৰ সমবেদনা গ্ৰহণ কৰিব। তেখেতৰ আত্মাই শান্তি লাভ কৰক। এই কামনাৰে এই খিনিৰে মোৰ চিঠি শেষ কৰিলো। ইতি—

শোকাভিভূত
হেমাঙ্গ বিশ্বাস

আনন্দি ৰাম দাসৰ বৰ পুত্ৰ শ্ৰীপ্ৰদীপ দাসলৈ প্ৰাক্তন সংসদী সদস্য স্বৰ্গীয় হেমবৰুৱাই লিখিছিল এইদৰে—

## মৰমৰ প্ৰদীপ

আদ্য শ্ৰাদ্ধৰ নিমন্ত্ৰণী চিঠিৰ জৰিয়তে দাস ডাঙৰীয়া স্বৰ্গগামী হল বুলি শুনি মৰ্মান্তিক বেজাৰ পাইছোঁ। ব্যক্তিগত ভাবে বন্ধুত্ব থকাৰ উপৰিও মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা আছিল অসীম। এইজন মানুহে আমাৰ সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি থৈ গৈছে। দাস ডাঙৰীয়াই আমাক ইমান সোনকালে এৰি থৈ যাব বুলি কল্পনা কৰিব পৰা নাছিলোঁ। এই চিঠিৰেই তেখেতৰ আত্মাই যাতে শান্তি পায়, ইয়াকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো। তোমালোকে সকলোটিয়ে মৰম জানিবা। ইতি—

তোমাৰ
হেম বৰুৱা
১৮-৮-৬৯

আনন্দি দাসৰ অৱদানৰ কথা সশ্ৰদ্ধাৰে সোঁৱৰণ কৰি তেতিয়াৰ আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ সঞ্চালক শ্ৰীভি. কৃষ্ণ স্বামীয়ে বনকোঁৱৰ আনন্দি ৰাম দাসৰ পত্নীলৈ তলত উল্লেখিত চিঠিখন লিখিছিল—

টেলিগ্ৰাম ঠিকনা ঃ আকাশবাণী

V. Krishnaswamy
Station Director

প্ৰসঙ্গ SD. 3 (3)
ভাৰত চৰকাৰ
আকাশবাণী
পোষ্ট বক্স নং—২৪
দিনাংক 5th August, 1969 চন

**Dear Smt. Das,**

We have learnt with deep shock and regret the very sad news of the passing away of your dear husband Shri Anandi Ram Das. He was one of the oldest artists of AIR and we held him in great esteem and respect, and his memory will be cherished by All India Radio as well as by lovers of music for a long time to come.

I am writting this to convey to you and other members of your family, on behalf of myself and my colleagues in AIR, our heart felt condolences and our prayers to the Almighty to give you strength and courage to bear this tragedy.

Smt. Anandi Ram Das — Yours sincerely,
Kharghuli, Gauhati. — V. Krishnaswamy

আনন্দি দাসৰ মৃত্যুত গুৱাহাটীৰ পি টি আইয়ে আকাশবাণী দিল্লী কেন্দ্ৰলৈ তলত দিয়া ধৰণে বাৰ্ত্তা পঠিয়াইছিল–

PRIORITY — ATTEN AIR/DELHI
GAUHATI TWO — (LYRICIST) GAUHATI,
AUGUST FIVE (PTI)

MR. ANANDIRAM DAS, A PAUPER, WHOM ASSAM SAHITYA SABHA CALLED THE PRINCE OF LYRICISTS FOR HIS OUTSTANDING CONTRIBUTION THAT ENRICHED ASSAMESE FOLK SONGS AND DANCE-DRAMA, DIED OF ASTHMA AT THE MEDICAL COLLEGE HOSPITAL HERE YESTERDAY.

MR. DAS WAS SIXTY TWO.

AN OUTSTANDING FIGURE IN ASSAMESE FOLK LYRICS, MANY YOUNG SINGERS BECAME POPULAR SINGING HIS SL. SONGS.

MR. DAS WAS A POPULAR ARTISTE OF ALL INDIA RADIO HERE. (PTI) C/.

আনন্দি দাসৰ মৃত্যুৰ পূৰ্বে হেম বৰুৱাই তেখেতলৈ লিখা আন এখন চিঠি

এইখিনিতে উল্লেখ কৰা হ'ল—

MEMBER OF PARLIAMENT
(LOK SABHA)

নতুন দিল্লী ঃ ১৪ এপ্রিল ঃ ১৯৬৬

প্ৰিয় বৰেষু ঃ

বিহুৰ ওলগ কৰিয়াই অনা আপোনাৰ চেনেহৰ চিঠিখন পাই আমি দুয়ো অতিশয় সুখী হৈছোঁ। এই চিঠিৰেই বৰুৱানী আৰু মই, আমি দুয়ো আমাৰ অন্তৰৰ বিহুৱৰীয়া ওলগ আপোনাসকললৈ আগবঢ়ালোঁ......।

আমাৰ সকলোৰে মঙ্গল। এই চিঠিৰেই আপোনাৰ ঘৰৰ সকলোটিৰে মঙ্গল কামনা কৰিলোঁ,– লগতে আপোনাৰো.....।

আজি কিমান বছৰ যে ৰঙালী বিহুত অসমৰ পৰা আঁতৰি আছোঁ, ভাবিলেই বেজাৰ লাগে ! এই আপদীয়া সংসদী জীৱনটো বাছি লোৱা দিনৰে পৰা এতিয়ালৈকে অসমত থাকি বিহুটো উপভোগ কৰিবলৈ পোৱা নাই। তথাপি ইয়াৰে পৰাই দূৰণিৰ বিহুগীত বনগীতৰ সুৰ-লহৰ যেন শুনিবলৈ পাইছোঁ। আমি অসমীয়াইতেও ইয়াত বিহু পাতিম– অহা ১৭ এপ্রিল তাৰিখে.....।

আপোনালৈ শ্ৰদ্ধা আৰু ঘৰৰ সকলোটিলৈকে মৰম-চেনেহ ৰল।

Sri Anandiram Das — ইতি
" Ban-kowor"
Kharghuli. — আপোনাৰ
P.o. Gauhati, Assam. — হেম বৰুৱা

# কলাগুৰু বিষ্ণুৰাভা আৰু বনকোঁৱৰ আনন্দিৰাম দাস সোঁৱৰণী সদৌ অসম একাংক নাট প্ৰতিযোগিতা

বিষ্ণু প্ৰসাদ ৰাভা আৰু বনকোঁৱৰ আনন্দিৰাম দাসৰ পবিত্ৰ স্মৃতিত নামৰূপ ফাৰ্টিলাইজাৰ ক্লাবৰ সভ্য সকলৰ দ্বাৰা ১৯৭৩ চনৰ পৰা সদৌ অসম একাংক নাট প্ৰতিযোগিতাৰ আয়োজন কৰি অহা হৈছে। প্ৰথম বছৰ উদ্যোগ ভিত্তিত প্ৰতিযোগিতা আৰম্ভ হ'ল। এই প্ৰতিযোগিতাত উজনি অসমৰ বহুতো শিল্পীয়ে অংশ গ্ৰহণ কৰিলে। দ্বিতীয় বছৰ আড়ম্বৰ পূৰ্ণ পৰিবেশত আয়োজিত প্ৰতিযোগিতাৰ দুৱাৰ অসমৰ সকলো

দলৰ কাৰণে মুকলি ৰখা হয়। কেতিয়াবা সভ্য সকলৰ দ্বাৰা আমন্ত্ৰিত হৈ ৰাভা আৰু দাসদেৱৰ পত্নীয়ে গৈ প্ৰতিযোগিতা উপলক্ষে হোৱা সভাত উপস্থিত হয়। দুয়োগৰাকী পবিত্ৰ প্ৰাণা নাৰীক সন্মান যাচি তেওঁলোক অনুপ্ৰাণিত হয়। ১৯৭৩ চনৰ ৭, ৮ আৰু ৯ চেপ্তেম্বৰ তাৰিখে অনুষ্ঠিত একাংক নাট প্ৰতিযোগিতা উপলক্ষে প্ৰকাশিত স্মৃতি গ্ৰন্থত সাৰ নিগমৰ জেনেৰেল মেনেজাৰ P. L. KUKREJA ই বনকোঁৱৰ আনন্দি ৰাম দাসৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি লিখিছে— "I am very glad to know that Namrup Fertilizer Club is organising Bon-Konwar Anandiram Das and Kalaguru Bishnu Rabha one act play competition in All Assam Basis for the first time from District Level Basis.

Bon-Konwar Anandiram Das and Kalaguru Bishnu Rabha made immense contributions for the development of Assamese culture and literature. Anandiram Das wrote a host of lyrics whose contribution is a notable milestone in Assamese folk song and music."

কলাগুৰু বিষ্ণুৰাভা আৰু বনকোঁৱৰ আনন্দি ৰাম দাস সোঁৱৰণী সদৌ অসম একাংক নাট প্ৰতিযোগিতা পৰিচালনা সমিতিয়ে স্মৃতি গ্ৰন্থত আনন্দি ৰাম দাসৰ সৃজনি প্ৰতিভাৰ প্ৰতি শিৰ দোঁৱাই শ্ৰদ্ধাঞ্জলি যাচিছে এইদৰে"–

Bonkonwar Dasdev,

The people of Assam will never forget you and your immortal works on songs and poetry like 'BIRAHI', 'SUR NIZHARA', and 'AGNI'. Your drama 'MOHAN-MALATI' was first broad-cast by A.I.R. Calcutta in 1946. Your songs have been recorded in the disc far in the year 1924. Respected, you had truly been given the title BON-KONWAR as you were really the prince of folk songs of Assam. You had wisely been selected to preside over the cultural meet of the Indian-Gana natya Sangha's 1954 session.

Kalaguru And bonkonwar Respected,

You both were the unfailing guide of ours who could slight the proverty of day to day life with inspiration of creation. You were really "the true artists" who had let wives starve, children go bare-foot, mothers drudge for your living at seventy, and who devoted to anything but to art."

# ভাৰতীয় গণ নাট্য সংঘত

ভাৰতীয় গণ নাট্য সংঘত বনকোঁৱৰ আনন্দি ৰাম দাস বহুদিন ধৰি জড়িত হৈ আছিল কিন্তু তেওঁ কেনেদৰে সংঘৰ লগত সহযোগিতা কৰিছিল সেই বিষয়ে বিতংকৈ জানিবৰ কাৰণে নানাভাবে যত্ন কৰিও মই বিফল হলোঁ। ফলত এই বিষয়ে পূৰ্বে আলোচনা কৰাৰ পৰা বিৰত আছিলোঁ। পিছত গণ শিল্পী শ্ৰীহেমাঙ্গ বিশ্বাসৰ চিঠিখন (১১৫ পৃষ্ঠাত প্ৰকাশিত)ৰ পৰা কিঞ্চিৎ আভাস পাই এই বিষয়ে এবাৰ ইয়াকে কব খুজিছো যে প্ৰগতিশীল চিন্তাধাৰাৰ লোক তেতিয়া বৰ বেছি নাছিল বুলিবই পাৰি। এতিয়া অবশ্যে এনেও প্ৰগতিশীল চিন্তা নায়ক বহুতো ওলাইছে যি ক্লাব্ ঘৰৰ চাৰিবেৰৰ মাজত, বেষ্টুৰেন্টত, বায়ু নিয়ন্ত্ৰিত কক্ষ আৰু উখল্-মাখল্ তৰ্ক-বিতৰ্ক আদিৰ মাজতে কেৱল ব্যাপৃত। তেতিয়াৰ প্ৰগতিশীল চিন্তাশীল সকলে প্ৰতিক্ৰিয়াশীল সকলৰ লগ লগা নাছিল। ফলত বহুতে কমিউনিষ্ট আখ্যা পাইছিল। বৰ্ত্তমান বহুতে প্ৰথম অৱস্থাত প্ৰগতিশীল চিন্তা কৰি পিছত পৰিস্থিতিৰ কবলত পৰি নানা সুবিধাৰ বশীভূত হোৱাৰ লেখিয়া ক্ষুদ্ৰ স্বাৰ্থত মছগুল হোৱা সকলৰ দৰে লোক অন্ততঃ আনন্দি ৰাম দাস নাছিল। ইয়াৰ প্ৰমান তেখেতৰ জীৱন কথা আলোচনা কৰিলে ফট্-ফটীয়াকৈ ওলাই পৰে। ভাৰতীয় গণ নাট্য সংঘৰ গুৱাহাটী শাখাৰ প্ৰথম সম্পাদক আনন্দিৰাম দাস পিছত গুৱাহাটী শাখাৰ উপ সভাপতি আৰু জিলা সমিতিৰো উপ সভাপতি আছিল। ভাৰতীয় গণ নাট্য সংঘৰ কেইবাখনো সভাত তেখেতে সভাপতিত্বও কৰিছিল। প্ৰায়বোৰ ভাষণতে উল্লেখ কৰিছিল—দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নোপোৱা সকলৰ কথা ; ভাতৰ সলনি আলু-কচু সিজাই খোৱা সকলৰ কথা ; লজ্জা নিবাৰনৰ কাৰণে বস্ত্ৰৰ সলনি বস্তা পিন্ধা সকলৰ কথা ; শিশুৰ মুখৰ হাঁহিক বিহ দি হত্যা কৰা সকলৰ কথা আৰু নিশা গছৰ তলত শুই থকা গৃহ হীন সকলৰ কথা আদি। শিল্পী-সাহিত্যিক সকলৰ অভাৱ-অনাটনৰ কথাও তেওঁ আলোচনা কৰিছিল। সংস্কৃতিৰ পূজাৰি সকলৰ দৰিদ্ৰ মোচন আৰু তেওঁলোকৰ সৃষ্টিৰ অবাধ স্বাধীনতাৰ কাৰণে তেখেতে মাত মাতিছিল। ভাৰতীয় গণ নাট্য সংঘৰ কামত লাগি ফুৰোতে বনকোঁৱৰে বিভিন্ন বিষয়ে কথা পাতিবলৈ লগ পাইছিল বিষ্ণু ৰাভাক। ৰাভাই মাজে-সময়ে আনান্দ দাসৰ ঘৰলৈ গৈছিল আৰু বনকোঁৱৰৰ লগত বনগীত, আধুনিক গীত আদিৰ বিষয়ে চিন্তা-চৰ্চ্চা কৰিছিল। বনকোঁৱৰৰ হাৰমনিয়ামটো গাৰ পিনে টানি আনি বজাই, সুৰ টানি বিষ্ণু ৰাভাই হিয়া খুলি গান গাইছিল। বনকোঁৱৰেও বনগীত গাইছিল আৰু তেওঁ তবলা বজাইছিল। এদিন তলৰ গীতটি আনন্দি দাসে চকু মুদি একান্ত মনে গাইছে—

জীৱনে মোৰ সজিয়া হলে সমনীয়া
জীৱনে মোৰ সজিয়া হ'ল—

সিপাৰে অ'ই কোনোবাই মাতিছে মোক ৰিঙিয়াই
যাবৰে মোৰ সময়ে হ'লে সমনীয়া
জীবনে মোৰ সন্ধিয়া হ'ল।
মনটি যে কোনোবা দেশলৈ সমনীয়া
হাঁহি হাঁহি উৰিয়ে গ'ল—
নাহিমেনো ঘুৰি ঐ শুৱনি যে ধৰালৈ
বুকুৰে মোৰ লগৰী ৰ'ল—
বুকুৰে মোৰ লগৰী ৰ'লে সমনীয়া
জীবনে মোৰ সন্ধিয়া হ'ল।

এনেতে ঘৰলৈ আহিল বাগ্মীবৰ নীলমনি ফুকন। তেখেতে গীত শুনি সাৰ-সুৰ নোহোৱাকৈ আহি আনন্দি দাসৰ কাষতে বহিল আৰু গীত শেষ হোৱাৰ লগে লগে কলে-- "আনন্দি! জীৱন সন্ধিয়া মোৰহে হৈছে তোমাৰ নহয়।"

# সাহিত্যাচাৰ্যৰ দৃষ্টিত

অসমৰ বুকুত অলেখ সাংস্কৃতিক কেন্দ্ৰ গঢ় লৈ উঠিল। ৰাইজেও শিল্পী সকলৰ প্ৰতি দয়া-মৰম দেখুৱাবলৈ আগবাঢ়ি আহিল। সংবাদ পত্ৰ, আলোচনী আদিৰ পাত ভৰি ভৰি শিল্পী-সাহিত্যিক সকলৰ অৱদানৰ ওপৰত বিবিধ প্ৰবন্ধ প্ৰকাশিত হ'বলৈ ধৰিলে। ৰাজ্য চৰকাৰেও দুৰ্দশা গ্ৰস্থ শিল্পী-সাহিত্যিক সকললৈ আৰ্থিক অনুদান দিয়াৰ উপৰি পেঞ্চনো আগবঢ়ালে। এয়া নিশ্চয় আনন্দৰ বিষয়। কিন্তু অসমীয়া সংগীত জগতলৈ অতমানে অৱদান আগবঢ়োৱা আনন্দি দাসলৈ 'বনকোঁৱৰ' উপাধিটো দিয়াৰ বাহিৰে আমি কি কৰিলো— সেয়া চিন্তাৰ কৰা প্ৰয়োজন। শিল্পীৰ জাত এটাই— তেওঁলোক শিল্পী। গতিকে কাকো দেখি আঁকোৱালী ধৰা কাকো দেখি দূৰাৰ মৰা ব্যৱস্থা হ'ব নেলাগে। এনে কাৰ্যৰ দ্বাৰা সংস্কৃতিৰ সৌধ নিৰ্মাণ হয়। বনকোঁৱৰ আনন্দি ৰাম দাসৰ ক্ষেত্ৰত আমি যি দেখিও নেদেখা, শুনিও নুশুনা, বুজিও নুবুজাৰ ভাও ধৰিছো তাকে দেখি সাহিত্যাচাৰ্য শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই লিখিছে—"বনগীতৰ কবি আনন্দিৰাম দাসকমই ভালদৰে জানিছিলো। তেওঁ লিখা কিতাপ পঢ়িছিলো আৰু তেওঁ গোৱা স্বৰচিত গীত শুনি আনন্দ লভিছিলো। বনফুলৰ দৰে বনগীতৰ কবিজন নিজানত নীৰৱে ফুলি নিজানতে মৰহি গ'ল। পৰিতাপৰ কথা, তেওঁ আজি লোক চকুৰ আৰ হৈ গ'ল ; তেওঁ যি অনুসূয়িত সমাজৰ বত্ন স্বৰূপ আছিল সেই সমাজেও তেওঁক পাহৰি পেলালে। তেওঁৰ

স্মৃতিত কোনো পক্ষৰ পৰা একোৰে একোটা কৰা নহ'ল। তেওঁৰ অপ্ৰকাশিত আৰু একাংকিকাবোৰৰ প্ৰতি শিল্পী-সাহিত্যিক, অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ কাৰো এতিয়ালৈকে সুদৃষ্টি নপৰাটো তাতোকৈ দুখৰ কথা। স্বৰ্গীয় দাসে ওৰে জীৱনে অহৰহ দাৰিদ্ৰৰ লগত যুঁজি পেটৰ ভাতমুঠি মোকোলাইছিল, কোনো লাভালাভলৈ আশা নকৰি অনাড়ম্বৰ শিল্পী জীৱন অতিবাহিত কৰিছিল। তেওঁ গ'ল যাওক। কিন্তু তেওঁৰ স্মৃতিত তেওঁৰ দৰিদ্ৰ পৰিয়ালটোৰ প্ৰতি আমাৰ একো দায়িত্ব নাইনে? নিশ্চয় আছে। ৰাজনৈতিক নেতা আৰু ভাগ্যবান শিল্পীৰ পত্নীয়ে শকত চৰকাৰী পেঞ্চন লাভ কৰিছে। আনন্দি দাসৰ পত্নীয়ে তেনে কোনো পেঞ্চন পাইছেনে নাই মই নেজানো। তেওঁৰ অপ্ৰকাশিত ৰচনাৰাজি পোহৰলৈ উলিয়াবলৈ কিবা ব্যৱস্থা কৰা হৈছে নে তাৰো ভু নেপাওঁ।

এই অবহেলিত বিষয়টোৰ প্ৰতি মই অসম ৰাজ্য-চৰকাৰ, অসম সাহিত্য সভা, অসম শিল্পী সঙ্ঘ আৰু বিশেষকৈ অসম অনুসূচীত সংস্থাৰ দৃষ্টি আকৰ্ষণ কৰিলো।" (২৭ আগষ্ট ১৯৮১)।

## ওপৰঞ্চি

বনকোঁৱৰ আনন্দিৰাম দাস ৰচিত কেইটিমান গীত-কবিতা–

১। ৰাতি নুপুৱাওতে অ' কাণি মুণি পৰতে
সাৰ পালে, পালে অ'–
সাৰ পালে চুকৰ কুকুৰে অ' আমাৰ
সাৰ পালে চুকৰ কুকুৰে ;
গোন্ধ পালে, পালে অ' পালে গাৰ শতকৰ
পাতোতেই সিদিনা মিতিৰালি আমাৰে।
কচুপাতে ল'লে ঢাল, বিৰিণাই তৰোৱাল
জাঠী-জোং দেখুৱালে নলৰ গজালিবোৰে ;
গছে গছে পাতে পাতে জুৰি ল'লে ধেনু-কাঁড়
ত্ৰাহি ত্ৰাহি সুঁৱৰি দিলে ল'ৰ শতকৰে।
আজিও থৰ চিন বুকু চাই শতকৰ
ৰংপুৰৰ ৰণ-কুকুৰৰ দাঁতৰ কামোৰে ;
কেঁচাই কেঁহজালি দিওঁতেই আজিও

ৰাইজে খেদাব ভূত চৰ-কিল-ভুকুৰে।
ৰংপুৰ নহয় ৰণপুৰ- ধনপুৰ অ' মনপুৰ
কি বুজিবি নেদেখিলে নিজৰ চকুৰে ;
কাৰো আদেশ-নিৰ্দেশলৈ বাটকেই নেচাব
আগুৱাই যাব সাহে লৈ বুকুৰে।*

২। ধনপুৰ অ'-মনপুৰ-
ৰংপুৰ জিলালৈ ব'ল,
ৰংদৈ ৰঙিলীক আকৌ দেখা পাবি
লুকাই থকা আমি বহু যুগ হ'ল-
ধনপুৰ অ'– মনপুৰ— ৰংপুৰ জিলালৈ ব'ল !!
আমি এৰি অহা অ' মইনা চল্‌চলি দুচকু
পুৰণি ভেঁটীটো অ' মইনা চল্‌চলি দুচকু
চল্‌চলি দুচকু মৰমে এবুকু
আমাল'কে জিলিকি ৰ'ল-
ধনপুৰ অ'– মনপুৰ – ৰংপুৰ জিলালৈ ব'ল !!
ঘিঁউ ঘিঁউ গোন্ধালে অ' মইনা উজনী ঐ নামনি
ম'উ ম'উ গোন্ধালে অ' মইনা উজনী ঐ নামনি
উজনী ঐ নামনি চেনেহী মোৰ চিকুনী
হিয়া আকৌ এখনি হ'ল-
ধনপুৰ অ'– মনপুৰ–ৰংপুৰ জিলালৈ ব'ল !!
পাম আকৌ হিয়াৰে অ' মইনা গুৱাহাটী গড়গাওঁ
দিখৌৰ পাৰে পাৰে অ' মইনা গুৱাহাটী গড়গাওঁ
গুৱাহাটী গড়গাওঁ ফুলেশ্বৰী ৰাজমাও
হেৰোৱা মোৰ মাণিক জলমল্‌-
ধনপুৰ অ'–মনপুৰ–ৰংপুৰ জিলালৈ ব'ল !!*

৩। কেঁকো বাওঁ কেঁকো বাওঁ কেঁকো নিলে চোৰে অ' মোৰ
কেঁকো নিলে চোৰে ;
এ তই বুঢ়ী নাকান্দিবি তোকো নিব চোৰে হে।

---

* ১। 'বৈজয়ন্তী' আলোচনীত প্ৰকাশিত।
*২। এইচ এম ভি গ্ৰামোফোন কোম্পানীত শ্ৰীদিলীপ শৰ্মা আৰু শ্ৰীমতী সুদক্ষিণা শৰ্মাৰ দ্বৈত কণ্ঠত ৰেকৰ্ড কৰা হৈছে।

মুখত দিলোঁ নাচনীজনীৰ মিচিকীয়া হাঁহি
খোপাত দিলোঁ খোপাভৰি কেতেকীৰে পাহি হে।
কাণত দিলোঁ কেৰুমুৰি গলত জোনবিৰি
হাতত দিলোঁ জেতুকা-বোল হিয়া ছিৰি ছিৰি হে।
ৰংপুৰৰ কেঁচাসোণ মোৰ পূৰ্ণিমাৰে জোন ;
পেঁপাৰে তাৰ সুৰ শুনি ফুচুলোৱা কোন হে?
কেঁকো নিলে চোৰে অ' মোৰ কেঁকো নিলে চোৰে ;
গঞা ভকতৰ গোচৰ দিলোঁ দণ্ড হল মোৰ হে.
পোৰে খালে জীয়ে খালে মনে মনে থাক ;
সাত-শতুৰে লাই পাব খা উভৰা শাক হে।*

৪। হাতে চায়ে দিলোঁ হাতত সোণৰ খাৰু
কাণে চায়ে দিলোঁ কেৰু ;
যাবৰে মোৰ পৰতে সোলোকায়ে পেলালা
কি জগৰ লগালো বাৰু বুকুৰ বাঢ়ৈ মোৰ
কিং লাগে কোঁৱাঢ়ো আৰু ?
ডিঙিৰ সাতেশৰী পেলালা সোলোকাই
চিঙি ভাঙি দলিয়াই ;
কপালৰ শুৱণি ফোঁটোযে মুচিলা
শিৰতো সেন্দুৰ নাই বুকুৰ বাঢ়ৈ মোৰ
মুখলৈ যে কান্দিলা চায় !
অ' খোপাৰো সুলকি পৰিলে মালতী
খোপা হলে থান্ বান্ ;
আঙুঠিও হেৰাল কীণে হৈ আঙুলি
বিচাৰি যে পোৱাও টান বুকুৰ বাঢ়ৈ মোৰ
পাতিছিলা ক'লৈনো কাণ?
অ' আজি বিহু বিহু কালি বিহু বিহু
বিহুৰে বিৰিণা পাত ;
মাহে-হালধিৰে দ'ৰালো ধুৱালো
সাৰটি যে ধৰিলা গাত বুকুৰ বাঢ়ৈ মোৰ
মাতিও যে নেপালা মাত !*

---

*৩। আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে প্ৰচাৰিত।

*৪। ১৯৫৫ চনৰ বিহু সংখ্যা 'বামধেনু'ত প্ৰকাশিত।

৫। আমাৰ পৃথিৱীখন সেউজীয়া বিতোন
সাতৰঙা সপোনৰ সাতোটি বৰণ ;
আমাৰ মুখৰ পৰা বিৰিঙি ওলোৱা যত
হেঙুলীয়া সুৰুযৰ সোণালী কিৰম।
আমাৰে জীৱনৰ সেউজীয়া সপোনৰ
উলাহত নাচি উঠা কুমলীয়া মন ;
আমিয়েই ভঙা-গঢ়া নতুনৰ ৰূপ দিয়া
চকুত চমক লগা জেউতি ৰহণ।
আমিয়েই লিখি যাম আমাৰেই অধিকাৰ
ইতিহাস শতিকাৰ কৰি আহৰণ ;
আমিয়েই গাই যাম আমিয়েই শুনি যাম
জীৱনৰ জয়গান তুলি আলোড়ন।*

৬। বীৰ অসমৰ বীৰ ভাৰতৰ
কোনে কয় আজি কুশল কোঁৱৰ নাই ?
পালে সেই শক্তি ফাঁচিৰ কাঠৰ
শত শত জনতাই।
পূবে ঢল ফাটোতে যদিও শত্ৰুৱে
নাশিলে বীৰক হায় !
সিদিনা সুৰুযে প্ৰণামি বুলিলে
স্বাধীন ভাৰতী আই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?
কোনে কয় আজি কান্দে কোঁৱৰৰ
মৰমী প্ৰিয়তমাই ;
অসমৰ জীয়াৰী বীৰৰ বোৱাৰী
কান্দিব শিকা যে নাই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?
মৰা নাই আজি সেই অসমীয়া
যায় নিতে আওবাই ;
গাব অসমৰ জয় ভাৰতৰ

*৫। ১৯৫৪ চনৰ ৪ জুলাই ৰবিবাৰে 'অসমীয়া' কাকতত প্ৰকাশিত।

যুগে যুগে শতিকাই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?

৭। অ' কৌটি-কলীয়া আমাৰ নামে ঘৰৰ
জেউতি চ'ৰাও আমি জেউতি চ'ৰাওঁ
সোণৰে গছাটিৰ হিয়াৰে চাকিটিৰ
বন্তি জ্বলাই ধৰাত পোহৰ বিলাওঁ—
জেউতি চ'ৰাও আমি জেউতি চ'ৰাওঁ ।
তিৰবিৰ্ সোণৰ শৰাইখনৰ
ৰাখি মান আমিয়েই সুনাম বঢ়াওঁ
নামৰে অমিয়া সুৰৰ ধ্বনি তুলি
পৃথিবী কঁপাই নিতৌ দবাটি কোবাওঁ—
জেউতি চ'ৰাও আমি জেউতি চ'ৰাওঁ ।
মৰিও জনমে পাওঁ ঐ জিলিকি
পাতি হিয়া-সিংহাসন সেৱাটি জনাওঁ
পুৰা প্ৰেমামৃত গুৰু ভটিমাৰে
অচেতন জগতক আমিয়ে জনাওঁ—
জেউতি চ'ৰাও আমি জেউতি চ'ৰাওঁ !

৮। মৰমী মোৰ মৰমী মোৰ অসমীৰে
গা মিঠা মিঠা সুৰ
পৃথিবীৰে অ' দুপিঠিৰে
হিয়া কৰি কৰি জুৰ—
গা মিঠা মিঠা সুৰ।
অ' পৃথিবীৰে দূৰণিবটীয়া
মোৰে আইৰ আঁচলৰ সাধুটি ধুনীয়া
যা শুনি যা শাঁত কৰি হিয়া
মন্ত্ৰ মোহিনী কণ্ঠ অমিয়া
মৌ ৰৰষা ৰসে ভৰপুৰ—
গা মিঠা মিঠা সুৰ !
অ' মৰমী অসমীৰে—
পো-পোৱালী ভাইহানিৰে

সেই সুৱদি সুৰ-সৰোবৰ
মাধুৰীমা সুখ সপোনৰ
পাৰে পাৰে গোন্ধকে লৈ ফুৰ—
গা মিঠা মিঠা সুৰ !

৯। আমি অসমৰ বহল বুকুৰ
ডেকা গাভৰুৰ দল
বুকুত আছে বীৰৰ শোণিত
শত সিংহৰ বল।
পৃথিবীৰ ক'তো নাই যে আমাৰ ই
চেনেহ-বান্ধোন হিয়াৰ প্ৰীতি—
আমাৰ ভাষা আমাৰ দেশ
নেৰিম আমি আমাৰ বেশ
বীৰ-প্ৰসৱিনী জননী আমাৰ
খোজত কঁপনি ধৰণী তল।
পুৰণি ভেটি নকৈ গঢ়িম
লেতেৰা নীতি খচকি মুচিম
শক্তি কাৰ ৰোধিব আমাৰ ই
বিদ্যুৎ গতি প্ৰবল
আমিয়ে ৰাখিম গৌৰৱ বিশ্বৰ
কীৰ্ত্তি চিৰ উজ্জ্বল।*

১০। গছে কথা কয়— পাতে কথা কয়
কয় সিহঁতৰ কথা জীৱনৰ
কয় সিহঁতৰ কথা জ'
বিজয় গৰিমা গাঁথা !
"নাই অইতৰ নাই একো নাই
আমাৰ দৰে হিয়া উদঙাই
দিয়া — হিয়াৰ শীতলতা —
হিয়াই হিয়া লগালগি
মৰম গভীৰতা " —
কয় সিহঁতৰ কথা !

---

৷ৰা হৈছে।

"নেপাৱনে লাজ ডাল ভাঙি
আমাৰ বুকুৰ ফুল চিঙি
পূজ' – মাটিৰ দেৱতা –
আমি কৰোঁ বিশ্ব শোভা
একো নাই তহঁতৰ নিজা" –
অ' কয় সিহঁতৰ কথা !
"সন্ধিয়াতেই দুৱাৰ জপাই
ভয়ত থাক প্ৰদীপ জ্বলাই
তহঁতকে কয় মহা-মানৱতা –
নে ভিত্তিহীন ভীৰু দুৰ্বলতা" –
অ' কয় সিহঁতৰ কথা !*

১১) ক'তেনো এৰি আহিলো থৈ
অ' মোৰ চেনেহী গাওঁখনি ঐ !
অ' মোৰ ধাননি পথাৰখনি
অ' মোৰ শুৱনি লুইতখনি
ক'তে এৰি সোমালোহি মই
অ' মোৰ চেনেহী গাওঁখনি ঐ !
অ' মোৰ চৰায়ে বনগীত গোৱা
বা-ৰিৰ্ বসন্ত মলয়া বোৱা
অ' মোৰ দুৰণীৰ পৰ্বতৰ টিং
উঠে তাত হৰিণীৰ সুৰীয়া ৰিং
শুনোঁ হিয়া ভৰি খন্তেক বৈ
অ' মোৰ চেনেহী গাওঁখনি ঐ
অ' মোৰ লখিমী দেশৰে ভাত
অ' মোৰ বাঙ্কেৰে সুৱদি মাত
অ' মোৰ গাৱৰে নিৰলা বাট
জুৰ লৈ গছৰে শীতলী ছাঁত
কাহানিনো দেখা পাম গৈ –
অ' মোৰ চেনেহী গাওঁখনি ঐ।*

---

১০। ১৯৫৫ চনৰ ৮ অক্টোবৰ তাৰিখে 'অসমীয়া'ত প্ৰকাশ হৈছে আৰু ১৯৫৬ চনৰ ৮ মাৰ্চ তাৰিখে 'চেনেলা'ত শ্ৰীমতী হিৰন্ময়ী বৰাৰ কণ্ঠত ৰেকৰ্ড কৰা হৈছে।

১২) পৰক আপোন কৰি দিলি চকু এৰি
কৰি আপোনকে পৰ,
দিলি মাজ মজিয়াত বৰ পীৰা পাৰি
এৰি চেনেহৰে ঘৰ –
কৰি আপোনকে পৰ।
ৰণে দেখি শৰণ লৈ অ' শতুৰুৰ
লুকায়ে দিলি গৈ ভৰ্,
লুকায়ে থাকিলি ৰণো নাজানিলি
ল'ই জনমে নৰৰ –
কৰি আপোনাকে পৰ।
ঘৰো হেৰুৱালি বেশো হেৰুৱালি
হ'লি শ্ৰীচেৰেলা মৰ,
নাই যে থাকিব ঠাই দে তত্ হেৰুৱাই
হাবিৰে মাজলৈ লৰ –
হাবিতো দেখিবি পৰ।*

১৩) অ' ডেকা অসমীয়া ভাই –
তোমাৰ দৰে সৰল-সহজ ক'তো দেখা নাই।
সহজ আমাৰ সৰল বোপাই
সৰলা যে আই –
কোলাত কান্দে কেচুৱা ভাই থাকে নিচুকাই।
নিজে নাখাই পৰক বিলাই ৰাখিছা জীয়াই –
সেই দেখিছে আজি আমাৰ এনে গতি ভাই।*

# বনগীত

অসমীয়া আধুনিক সঙ্গীতৰ অন্যতম ধাৰা বনগীত। বনগীতৰ স্ৰষ্টা আনন্দি ৰাম দাস। বিহু গীতৰ লগতে সমগোত্ৰীয় বনঘোষা পাওঁ। কিন্তু বনগীত বুলি আমি এতিয়া যিটো পাইছো সি আধুনিক যুগৰ সঙ্গীত। ই বিশেষ ব্যক্তিৰ ৰচনা। লোকগীত

---

১২। 'সুৰ নিজৰা' আৰু
১৩। 'বিৰহী' পুথিৰ পৰা লোৱা হৈছে।

বা বিহু গীতৰ ৰচকৰ নাম পোৱা নেযায়। কিন্তু বনগীতৰ ৰচকৰ নাম পোৱা যায়। বনগীতৰ ৰচকে গীতত নিজে সুৰো দিব পাৰে, গাবও পাৰে। ঘাইকৈ বিহু গীত আৰু থলুৱা সুৰৰ মিশ্রনেৰে বনগীত ৰচনা কৰা হয়। গীতত সংস্কৃতিয়া শব্দ এৰাই চলা হয় আৰু ইয়াত জটুৱা ভাষাৰ প্ৰয়োগ পৰিলক্ষিত হয়। বিহু সুৰৰ বৈশিষ্টক বনগীতত আধুনিকতাৰ পৰশেৰে স্থাপিত কৰা হৈছে। বনগীতক বিহু গীতবোৰৰে এক নব্য ধাৰা বুলি কব পৰা যায়। এই শ্ৰেণীৰ গীতত প্ৰেম আৰু প্ৰকৃতিয়ে মুখ্য স্থান লাভ কৰে। পূৰ্বে বিহু গীতত মাজে মাজে আপত্তিজনক শব্দও সোমাই পৰিছিল যাৰ কাৰণে বিহুগীতক কোনো কোনোৱে ভাল চকুৰে চাব পৰা নাছিল। এনেবোৰ শব্দ বাদ দি আৰু অলপ যোগ বিয়োগ কৰি আনন্দি ৰাম দাসে 'বনগীত' ৰচনা কৰিছিল। সেয়ে বিহুগীতৰ পৰাই বনগীতৰ সৃষ্টি হোৱা বুলি কব পাৰি। আনন্দি ৰাম দাসে বনগীতৰ ভেটি প্ৰতিষ্ঠা কৰি ইয়াৰ কথা আৰু সুৰেৰে অসমৰ আকাশ-বতাহ মুখৰিত কৰাত এইগীত প্ৰাণৱন্ত হৈ পৰিল।

কামৰূপী লোকগীত, গোৱালপৰীয়া লোক গীতৰ দৰে বনগীতেও প্ৰচাৰ লাভ কৰিছিল যদিও পিছলৈ প্ৰচাৰত ব্যাঘাত জন্মিল। নানা কাৰণত বনগীতৰ পৰিবেশন ক্ৰমাৎ কমিবলৈ ধৰিছিল। বিশেষকৈ আনন্দি ৰাম দাসৰ মৃত্যুৰ লগে লগে যেন বনগীতৰ চৰ্চা-চিন্তা লোপ পাবলৈ ধৰিলে। একোটা সময়ত একোটা ধাৰা আহে আৰু একোটা সময়ত নোহোৱা হয়। আনন্দি ৰাম দাসে বনগীত ৰচনা কৰিবৰ কাৰণে যিদৰে অশেষ পৰিশ্ৰম কৰিছিল তেনে শ্ৰম আনে কৰা চকুত নপৰিল। অৱশ্যে কিছু বছৰ আগৰ পৰা পৃথিৱীৰ সকলো জাতি, গোষ্ঠীয়ে নিজৰ নিজৰ ঐতিহ্য, নিজৰ পৰিচয় বিচাৰি ব্যাকুল হোৱা দেখা গৈছে। নিজৰ পৰিচয়, নিজৰ শৈলীক বিশ্বত পৰিচয় কৰি দিবলৈ তেওঁলোকে সচেতন ভাবে অগ্ৰসৰ হৈছে। এতিয়া বনগীতৰ মাজতো নিজক বিচাৰি চাবলৈ চিন্তা কৰা মানুহ ওলাইছে। এয়া জাতিৰ জীয়াই থকাৰ লক্ষণ। আগেয়ে বিহুগীত, লোকগীত বা বনগীতৰ গায়কক যদি বৰকৈ আদৰ কৰা নাছিল, এতিয়া কিন্তু এনে বিধৰ গায়কসকলক সমাজে সন্মান জনাইছে।

বনগীত প্ৰতিজন শ্ৰোতাই শুনি আনন্দিত হয়। কাৰণ বনগীতত কেৱল বিহুগীতৰ সুৰেই যে আছে এনে নহয়; ইয়াত নিচুকণী গীত, বিয়াগীত আদিৰ সুৰো নিহিত হৈ আছে। সেয়ে পশ্চিমীয়া সংস্কৃতিৰ প্ৰতি বহুজন আকৃষ্ট হোৱাৰ পৰতো বনগীতৰ কথা আৰু ইয়াৰ সুৰে এতিয়াও আমাক আপ্লুত কৰে। আপ্লুত কৰে বনগীতৰ মাটিৰ গোন্ধে। বৰ্তমান যুগত শ্ৰোতাৰ যিটো ৰুচি (Test) সেইটো আচলতে বনাই দিয়া হৈছে। ৰুচি পৰিবৰ্তনৰ ক্ষেত্ৰত কেতিয়াও সংস্কৃতিয়ে বিশেষ

ভাবে প্ৰভাৱান্বিত কৰে। এই ক্ষেত্ৰত বহলাই আলোচনা নকৰি কেৱল বৰেণ্য সাহিত্যিক শ্ৰীহোমেন বৰগোহাঁইএ লিখা এষাৰ কথা উল্লেখ কৰিলোঁ। তেখেতে লিখিছে—"গীতৰ ভাবাৰ্থৰে ঘনিষ্ঠ সম্পৰ্ক থকা সুৰ, সুৰে দাবী কৰা সংগীত আৰু ব্যতিক্ৰম পৰিবেশন শৈলী ভূপেন হাজৰিকাৰ গীতৰ অনত্যম বৈশিষ্ট্য, যাৰ বাবে বুঢ়া লুইতৰ বিস্তীৰ্ণ দুটি পাৰৰ পৰা টেমছ উপত্যকালৈ প্ৰসৰিত হৈছে তেওঁৰ গীতৰ জনপ্ৰিয়তা। কিন্তু একাংশ 'জুনিয়ৰ'ৰ দৌৰাত্ম্যত ড° হাজৰিকাৰ সৃষ্টি নতুন প্ৰজন্মৰ সমুখত বিকৃত ভাবে দাঙি ধৰাৰো আত্মঘাতী প্ৰচেষ্টা চলোৱা হৈছে। উদীয়মান প্ৰজন্মৰ মাজত বিশেষভাবে জনপ্ৰিয় কেবাজনো 'তাৰকা শিল্পী' যে গীতিকবি পাৰ্বতি প্ৰসাদ বৰুৱা, বনকোঁৱৰ আনন্দি ৰাম দাস, জয়ন্ত হাজৰিকা আৰু মুনীন দত্তকে ধৰি বিভিন্ন পৰ্য্যায়ৰ স্বনামধন্য শিল্পীসকলৰ গীত চিধা অৰ্থত বিকৃত কৰিছে। গীতৰ কথাৰ সাল-সলনি, ভাবাৰ্থৰে পৰিবেশন শৈলীৰ দৃষ্টি কটু সংঘাত আৰু সুৰৰ তাৰতম্য— এইবোৰ চূড়ান্ত অসাংস্কৃতিক কথা প্ৰকৃততে মাতৃৰ সন্তান প্ৰসৱৰ আনন্দৰ সৈতেহে বিজাব পাৰি শিল্পীৰ শিল্প সৃষ্টিৰ সন্তুষ্টিক। লক্ষণীয়ভাবে 'তাৰকা শিল্পী' কেইজনে অগ্ৰজ বৰেণ্য শিল্পীৰ সৃষ্টি বিকৃত কৰাৰ দৰে তেওঁলোকৰো গীত বিকৃতভাবে পৰিবেশন কৰিবলৈ লৈছে তেওঁলোকৰ অন্ধ অনুগামী আন এচাম কণিষ্ঠ শিল্পীয়ে।" (সম্পাদকীয়, আমাৰ অসম, ৫ ছেপ্তেম্বৰ ২০০৩)।

সেয়েহে আনন্দি ৰাম দাসৰ গীতকো ৰাইজে আদৰি লোৱাৰ সুযোগতে কোনোৱে নিজকে গীতৰ প্ৰশিক্ষক ওস্তাদ বুলি জাহাই যাতে বনকোঁৱৰৰ গীতৰ সুৰঙী সুৰৰ বিকৃতি ঘটাব নোৱাৰে, মাধুৰ্য হানি কৰিব নোৱাৰে তাৰ প্ৰতি সঙ্গীত প্ৰেমী ৰাইজ সজাগ হোৱা প্ৰয়োজন। এই ক্ষেত্ৰত এদিন আনন্দি দাসৰ পুত্ৰ শ্ৰীপ্ৰদীপ কুমাৰ দাসক দেউতাকৰ গীতখিনিৰ শুদ্ধ ৰূপটি ৰক্ষা কৰাৰ ক্ষেত্ৰত পুত্ৰ হিচাপে তেওঁৰো দায়িত্ব আছে বুলি মনত পেলাই দিয়াত তেখেতে কলে যে দেউতাকৰ গীতৰ স্বকীয় ঠাচ ৰক্ষা কৰি গীতৰ যদি কোনোবাই কিবা পৰামৰ্শ বিচাৰি আহে তেতিয়া হলে তেওঁলোকক নিজ সামৰ্থ অনুসাৰে সহায় কৰিব পাৰিলে সন্তোষ লভিব। কাৰণ এতিয়াও আকুল সুৰে ভাহি অহা দেউতাকৰ গীতৰ সুমধুৰ সেই সুৰ যেন তেওঁৰ কাণত বাজি থাকে—

কোন সেই ৰূপহীৰ ঘাটঅ' মইনা
কোন সেই ৰূপহীৰ ঘাট,
হাঁহি হাঁহি তাই ৰূপকে চাই চাই
নিজৌ গা পখালে তাত অ' মইনা
কোন সেই ৰূপহীন ঘাট।

১৯৮৩ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত বনকোঁৱৰ পুথিৰ উন্মোচনী সভাৰ বাতৰি কাকতত প্ৰকাশিত বাতৰি দুটি ইয়াত উল্লেখ কৰা হ'ল—

বনকোঁৱৰ উন্মোচন

গুৱাহাটী ঃ অসমৰ এগৰাকী প্ৰখ্যাত সঙ্গীতজ্ঞ বনকোঁৱৰ আনন্দি ৰাম দাসৰ জীৱন আৰু তেখেতৰ সমস্ত ৰচনা ৰাজিৰ আধাৰত ৰচিত শ্ৰীকিশোৰী মোহন পাঠকৰ "বনকোঁৱৰ" গ্ৰন্থ অলপতে গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনত অসম প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াই উন্মোচন কৰে।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাই শিল্পী আনন্দি ৰামৰ অৱদানৰ কথা এতিয়া পলমকৈ হলেও পোহৰলৈ অহাত সন্তোষ প্ৰকাশ কৰে সভাপতিৰ ভাষণত। বনকোঁৱৰৰ কৰ্ম জীৱনৰ ওপৰত মুখ্য বক্তা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ উপৰি সমজুৱাৰ ফালৰ পৰা শ্ৰীৰাজেন্দ্ৰ নাম হাজৰিকা আৰু শ্ৰীদিবাকৰ দাসেও কয়।*

## 'বনকোঁৱৰ' উন্মোচন

যোৱা ১২ জানুৱাৰী তাৰিখে শ্ৰীকিশোৰী মোহন পাঠকৰ গ্ৰন্থ 'বনকোঁৱৰ' উন্মোচন উপলক্ষে দিছুপুৰ ৰূপালীম সাংস্কৃতিক সন্থাৰ দ্বাৰা গুৱাহাটী ভগৱতী প্ৰসাদ বৰুৱা ভৱনত আয়োজিত সভাত গ্ৰন্থ উন্মোচন কৰি শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াই কয় যে আনন্দি ৰাম দাসৰ জীৱন আৰু তেখেতৰ সমস্ত ৰচনাৱলীৰ আধাৰত ৰচিত এই গ্ৰন্থ। গ্ৰন্থখন প্ৰকাশ হোৱাত তেওঁ আনন্দ প্ৰকাশ কৰে আৰু লগতে অসম প্ৰকাশন পৰিষদে আনন্দি ৰাম দাসৰ গীতৰাজি একত্ৰে প্ৰকাশ কৰিবলৈ লোৱা সিদ্ধান্তৰ কথাও ঘোষণা কৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাই কলাকাৰ আনন্দি ৰামৰ কাৰুণ্য ভৰা জীৱনৰ কথা উল্লেখ কৰে। মুখ্য বক্তা ড০ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই শিল্পী গৰাকীৰ কৰ্ম জীৱনৰ দুই এটি দিশৰ ওপৰত আলোকপাত কৰে। আমাৰ শিল্পী-সাহিত্যিক সকলে বনকোঁৱৰ আনন্দি ৰামক পাহৰি যোৱাত দুখ প্ৰকাশ কৰে সাহিত্যিক শ্ৰীৰাজেন্দ্ৰ নাথ হাজৰিকাই। বনকোঁৱৰৰ গীতবিলি আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে প্ৰচাৰ হ'ব লাগে বুলি আন এগৰাকী বক্তা শ্ৰীদিবাকৰ দাসে পৰামৰ্শ আগবঢ়ায়।

গ্ৰন্থৰ এটি কপি বনকোঁৱৰ পত্নী শ্ৰীমতী দেৱবালী দাসৰ হাতত উন্মোচকে প্ৰদান কৰে। শ্ৰীমতী দাসে স্বামীৰ সংস্কৃতি সাধনা আৰু তেখেতৰ কষ্টকৰ জীৱনৰ চমু আভাস দিয়াৰ লগতে গ্ৰন্থকাৰ, প্ৰকাশক আৰু সন্থালৈ ধন্যবাদ জ্ঞাপন কৰে।*

---

* *উপৰি উক্ত বাতৰিটো ১৯৮৪ চনৰ ১১ জানুৱাৰী তাৰিখৰ 'দৈনিক অসম' কাকতত প্ৰকাশিত।*
* *উপৰি উক্ত বাতৰিটো ১৯৮৪ চনৰ ২২ জানুৱাৰী তাৰিখৰ তিনিচুকীয়া অগ্ৰদূত কাকতত প্ৰকাশিত।*

# প্ৰথম সংস্কৰণ বনকোঁৱৰৰ পুথিৰ কেইটিমান প্ৰকাশিত সমালোচনা

বনকোঁৱৰৰ নামটোতেই এটা অকৃত্ৰিম মাটিৰ গোন্ধ, এটা বনৰীয়া সাদৰতা আৰু এটা নিসৰ্গৰ আবেদন মিহলি হৈ আছে, যি কেবল অসমীয়া মন-প্ৰাণকেহে আকুল কৰি জোকাৰ দিব পাৰে। অসমৰ এটা সুৰীয়া সংস্কৃতিৰ বিমোচনৰ পৰীক্ষা নিৰীক্ষাৰ সময়ত এই অতীব ধুনীয়া আৰু অতীব অৰ্থ বহ 'বনকোঁৱৰ' উপাধীটো অতি সাৰ্থকভাবে এজন যথাৰ্থ গুণী আৰু শিল্প প্ৰাণ মানুহলৈ গুৱাহাটীৰ এটা বিশিষ্ট সাংস্কৃতিক অনুষ্ঠানে সসম্মানে আনুষ্ঠানিকভাবে আগবঢ়াইছিল। সেই ব্যক্তিজন আছিল কবি-শিল্পী গায়ক-সুৰকাৰ স্বৰ্গীয় আনন্দি ৰাম দাস। অতি অমায়িক, নিৰহঙ্কাৰ, সৰল আৰু লাজকুৰীয়া এই প্ৰচাৰ বিমুখ শিল্পীগৰাকীয়ে অসীম দাৰিদ্ৰৰ লগত নিৰবে যুঁজি তেওঁৰ সাধনাত কিদৰে উত্তীৰ্ণ হ'ল, তাৰ মহৎ কাহিনী হয়তো আজি বহুতৰে অজ্ঞাত। বনকোঁৱৰৰ নামৰ এই পুথিখনৰে লিখক শ্ৰীকিশোৰী মোহন পাঠকে বনকোঁৱৰৰ এটা সামগ্ৰীক পৰিচয়, তেওঁৰ ৰচনাৱলী আৰু তেওঁৰ বিশিষ্ট ধাৰাৰ সঙ্গীতৰ বিষয়ে যথা সম্ভৱ বহুলভাবে দাঙ্গি ধৰিবলৈ চেষ্টা কৰিছে।

অসমীয়া সঙ্গীতৰ এটা থলুৱা চৰিত্ৰ দানৰ বাবে যিকেইজন স্মৰণীয় ব্যক্তি আৰু সুৰ শিল্পীৰ বিষয়ে আমি জানো তাৰ ভিতৰতো আনন্দি ৰাম দাসে অগ্ৰণী স্থান লাভ কৰিব পাৰে। অসমৰ মাটি-বায়ু-পানীৰ পৰিচয় আৰু সুৰীয়া পৰিচয়েৰে তাহানি বনগীত নামৰ যি এবিধ বিশিষ্ট গীতৰ জন্ম আৰু প্ৰসাৰ হৈছিল তাৰ গুৰিতে আছিল আনন্দি ৰাম। তেওঁৰ সেই সময়ৰ অসংখ্য গীতৰ বাণীবদ্ধ ৰূপ অসমত প্ৰচাৰিত হৈছিল আৰু ই অসমীয়া মানুহৰ মুখে মুখে বাগৰিছিল। তেওঁৰ ৰচনাৰো সাৱলীল ভঙ্গিমা আৰু অনবদ্য ৰূপে ইয়াত ৰং চৰাইছিল। স্বৰ্গীয় দাসৰ এই কৃতিৰ যথাৰ্থ মূল্যায়ণ, সম্পাদন আৰু প্ৰকাশ কৰি লিখক শ্ৰীপাঠকে এটা বৰ ডাঙৰ কাম কৰিছে। চকুত লগাকৈ ছপাবদ্ধ কৰি শৰ্মা প্ৰিন্টাৰ্ছ এণ্ড এন্টাৰ প্ৰাইজাৰ্ছৰ (গুৱাহাটী) পৰা শ্ৰীসঞ্জীৱ কুমাৰ শৰ্মাই প্ৰকাশ কৰা এই কিতাপখনৰ দাম বাৰ টকা।*

(অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক যোগেশ দাসে ২৮-৫-১৯৮৪ তাৰিখে নিশা ৯-৩০ বজাত আকাশ বাণী গুৱাহাটী কেন্দ্ৰৰ সাহিত্য চ'ৰা যোগে কৰা "বনকোঁৱৰ" পুথিৰ সমালোচনা।) :—

---

* উপৰি উক্ত সমালোচনাটি ১৯৮৪ চনৰ ১৫ জুন তাৰিখৰ অসম বাণী কাকতত প্ৰকাশিত।

"বনকোঁৱৰ" শিল্পী-গীতিকাৰ স্বৰ্গীয় অনন্দিৰাম দাসৰ বাজহুৱাকৈ দিয়া উপাধি। ১৯৫৯ চনত তেওঁৰ অবদানৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি গুৱাহাটীৰ প্ৰগতি শিল্পী সংঘই সম্বৰ্দ্ধনা জনাই এই উপধি দিয়াটো যেনেকৈ এক উপযুক্ত কাম আছিল, ঠিক তেনেকৈ শ্ৰীকিশোৰী মোহন পাঠকে বনকোঁৱৰৰ এটি মনোৰম পৰিচয় দাঙি ধৰাটোও এটা উপযুক্ত কাম হৈছে। কিয়নো আমি বহুতো শিল্পীকে পাহৰি যোৱাৰ দৰে আনন্দিৰাম দাসকো পাহৰি যোৱাৰ সম্ভৱনা নথকাৰ নহয়। লিখকে ইতিপূৰ্বেও অসমৰ ভালেমান শিল্পীৰ পৰিচয় লিপিবদ্ধ কৰি থোৱাৰ দৰে এই পুথিতো তেনে এটা সজ প্ৰচেষ্টা চলাইছে। ১২৮ পৃষ্ঠাৰ "বনকোঁৱৰ" খনিক ঠিক জীৱনী বুলিব নোৱাৰি— শিল্পীজনাৰ সংগ্ৰাম, তেওঁৰ ৰচনাৱলীৰ চন-তাৰিখ তথা প্ৰয়োগ সহ উল্লেখ, পুথিকেইখনিৰ চমু আলোচনা ইত্যাদি বিষয়ৰ শ্ৰদ্ধা জনিত থূল-মূল পৰিচয়হে বুলিব পাৰি। কিন্তু এইখিনিকো নিত্যান্ত কম বুলিব নোৱাৰি।

আমাৰ চামৰ সকলোকে— আমাৰ কৈশোৰ আৰু আমাৰত যৌৱনত আনন্দিৰাম দাসৰ ৰচিত গীত বিলাকে বিভিন্নজন গায়ক-গায়িকাৰ কণ্ঠেৰে আপ্লুত কৰিছিল। সেই কালত কোনেনো সখী জগালে মাতি, গোলাপী সখীৰ আজি মন উচাটন, লুইতৰ বুকুৰে ৰূপহী মাজুলী, জুবিলি বতাহৰ আগে ঐ ফাগুনী, মৰোঁ যেন লাগে তাত —ইত্যাদি বাণীবদ্ধ বনগীতিয়া সুৰৰ মাধুৰীয়ে আমাৰ মন প্ৰান হৰি নিছিল— অথচ আমি খবৰ ৰখা নাছিলোঁ যে আনন্দিৰাম দাসেহে সেই বিলাক গীত ৰচনা কৰিছিল। আমি হয়তো নেজানিছিলোঁ বনগীত বুলিবৰ যি শ্ৰেণী আধুনিক অসমীয়া গীত কুৰি বছৰমান আগলৈকে অতিশয় জনপ্ৰিয় আছিল তাকো আনন্দিৰাম দাসৰ কাপ আৰু কণ্ঠইহে প্ৰতিষ্ঠা কৰিছিল। শ্ৰীপাঠকে এই সকলো বিলাক কথা যত্ন সহকাৰে সংগ্ৰহ কৰি আনি প্ৰকাশ কৰাত সেই বাবেই আমাৰ পৰম উপকাৰ হৈছে। বনকোঁৱৰৰ "বিৰহী"(১৯৩৭) "সুৰ-নিজৰা" (১৯৩৯), "অগ্নি" (১৯৪৫), "মোহন-মালতী" (১৯৪৭), "বৰদৈচিলা" (১৯৫৬)আদি গীত নাটৰ পুথি প্ৰকাশ হোৱাটো হয়তো বহুতে জানে কিন্তু "নন্দন","দাবানল" "ৰক্তাঞ্জলি' আদি পুথি যে আজিও অপ্ৰকাশিত হৈয়ে আছে সেই কথা লিখকে জানিবলৈ দিয়াটো ভাল হৈছে। অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু ড০ ভূপেন হাজৰিকাৰ লগতে আমিও ভাবো যে আনন্দিৰাম দাসৰ সমস্ত ৰচনা সংৰক্ষণ তথা প্ৰকাশৰ ব্যৱস্থা কৰি তেওঁৰ স্মৃতি ৰক্ষাৰ চেষ্টা চলোৱা প্ৰয়োজন।

শ্ৰীপাঠকে জনাইছে যে স্বৰ্গীয় শিল্পীজনাই মুখৰ হাঁহিৰেই অশেষ দুখক ঢাকি জীৱনটো কটাই দিলে— গুৱাহাটীৰ খাৰঘুলি অঞ্চলৰ পত্নী শ্ৰীমতী দেবযানী দাস প্ৰমুখ্যে দুই পুত্ৰ আৰু পাঁচ কন্যাৰ পৰিয়ালটিক এটুকুৰা মাটিৰ এটি ঘৰত স্থান

দিবলৈ অশেষ কষ্ট স্বীকাৰ কৰিলে— অথচ চিকিৎসালয়ত শেষ নিশ্বাস নোলোৱাৰ আগতে পত্নীৰ আগত ঘৰত পৰি থকা কাগজ পত্ৰবোৰৰ যত্ন লোৱাৰ কথাহে কৈছিল, ৰোগ শয্যাত পৰি টুকুৰা -টুকুৰ কাগজত গীত বা কবিতাহে লিখিছিল। এই বিলাকে উঠি অহা চাম শিল্পীক অনুপ্ৰেৰণা যোগাব। নগাৱঁৰ পৰা অহা খেলাইৰাম দাস আছিল আনন্দিৰামৰ পিতৃ—সেই পিতৃও শিল্পী আছিল আৰু পুত্ৰই প্ৰথম সংগীতৰ প্ৰেৰণা তেখেতৰ পৰাই পাইছিল। তেওঁৰ দিনত খাৰঘুলিৰ নৈ পাহাৰ, পথাৰৰ, বন্য শোভাই ল'ৰা আনন্দিৰামক প্ৰকৃতিৰ প্ৰতি আকৰ্ষিত কৰিছিল। সেই বিলাকৰ অভিজ্ঞতাই গীতৰ ৰূপত তেওঁ আজিৱন প্ৰকাশ কৰি গ'ল। ড০মহেশ্বৰ নেওগে গ্ৰন্থৰ ভূমিকাত কৰৰ দৰে বনকোঁৱৰৰ গীতৰ সুৰত অসমীয়া লোকগীতৰ সুৰেই আতাইতকৈ বেছিকৈ বাজি উঠে যদিও ঠায়ে-ঠায়ে ভাৰতীয় ৰাগ-তালৰো প্ৰতিধ্বনি নুঠাকৈ থকা নাই। ইয়াৰ পৰাই বুজিব পাৰি আনন্দিৰাম দাসে তেওঁৰ কলাক গভীৰ শ্ৰদ্ধাৰে গ্ৰহণ কৰিছিল। এই গৰাকী গুণী শিল্পীক আমাৰ চকুৰ আগত চিৰ দিনলৈ জীয়াই ৰাখিবলৈ এই প্ৰচেষ্টা চলোৱা কাৰণে লিখক শ্ৰীপাঠকক সকলোৰে ধন্যবাদ জনাব।

# বনকোঁৱৰৰ পুথিখন পঢ়ি

ড° বীৰেন্দ্ৰ নাথ দত্ত

আমাৰ শৈশৱৰ দিনত আজি-কালিৰ দৰে ৰেডিও, কেছেট আৰু সঘনাই আয়োজিত নৃত্য-গীতৰ অনুষ্ঠান আদিৰ পায়োভৰ নাছিল। তেতিয়া নতুন ধৰণৰ গীত জনপ্ৰিয় হোৱাৰ প্ৰায় একমাত্ৰ মাধ্যম আছিল গ্ৰামোফোন ৰেকৰ্ড। আমি অলপ আচৰণ গান বুজিব পৰা দিনত গ্ৰামোফোন ৰেকৰ্ডৰ মাধ্যমেৰে বিবিলাক অসমীয়া গীত বিশেষভাৱে জনপ্ৰিয় হৈ মানুহৰ মুখে মুখে শুনা গৈছিল সেই বিলাকৰ ভিতৰত আছিল "সোনাপী সখীৰ আজি মন হ'ল উচাটন", "মোৰ ঘুমটি ভাঙোহি কাৰ ৰুণু-ঝুনু- ৰুণু-ঝুনু নূপুৰে", "জীৱনে মোৰ সজিয়া হ'ল সমনীয়া" ইত্যাদি। সেই বয়সত এই গীতবোৰ কোনে গাইছিল, কোনে ৰচনা কৰিছিল বা কোনে সুৰ কৰিছিল এইবোৰ প্ৰশ্ন স্বাভাৱিকতে মনলৈ অহা নাছিল। চল্লিশৰ দশকৰ দ্বিতীয়াৰ্দ্ধত হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়া কালত যেতিয়া অসমীয়া গীতৰ গতি-প্ৰকৃতি সম্পৰ্কে অলপ কৌতূহল হ'বলৈ ধৰিছিল, তেতিয়া দেখিছিলো যে সেই সময়ত গ্ৰামোফোন ৰেকৰ্ডত প্ৰকাশিত অসমীয়া আধুনিক গীতৰ এটা বৃহৎ অংশত ৰচয়িতা হিচাপে নাম আছিল আনন্দিৰাম

দাসৰ। তাৰো পিচত যেতিয়া অসমীয়া গীতৰ ইতিহাস সম্পৰ্কে কিছু ভু লোৱাৰ যত্ন কৰিছিলো তেতিয়া আবিষ্কাৰ কৰিছিলো যে আনন্দিৰাম দাস আৰু আমাক শৈশৱৰ দিনত মায়ামুগ্ধ কৰা বিখ্যাত গীত সমূহৰো সৰভাগৰে গীতিকাৰ, কিছুমানৰ সুৰকাৰ আৰু দুই-এটাৰ গায়কো আছিল এই আনন্দিদাসেই।

আনন্দি দাসৰ কৃতিত্ব বহু সংখ্যক জনপ্ৰিয় অসমীয়া গীতৰ ৰচক হিচাপেই নহয়, তেওঁৰ প্ৰায়বোৰ গীততেই এনে এক সহজ অসমীয়া সুৰীয়া বৈশিষ্ট্যও আছিল যাৰ ফলত গীতবোৰে যিদৰে সাধাৰণ অসমীয়া শ্ৰোতাৰ মনজয় কৰিছিল সেইদৰে প্ৰাণ চুই গৈছিল বিদগ্ধজনবো। 'শোনিত কুৰঁৰী'ৰ দ্বিতীয় সংস্কৰণৰ পাতনিত সেয়েহে জ্যোতিপ্ৰসাদে 'অসমীয়া সংগীতৰ এই আধুকি ৰূপক আগবঢ়াবলৈ আৰু তাক পুষ্ট কৰিবলৈ বিশেষ দান' দিওঁতাসকলৰ ভিতৰত আনন্দিৰাম দাসকো অকুণ্ঠ-স্বীকৃতি দিছিল। এসময়ত অসমীয়া গীতৰ আধুনিক ৰূপৰ এটা বিশেষ শ্ৰেণী হিচাবে চিহ্নিত হৈছিল বনগীত যি কথা আৰু সুৰ উভয় দিশতে থলুৱা লোক সংগীতৰ সম্পদেৰে সমৃদ্ধ হৈ অসমীয়া শ্ৰোতাৰ মনত নিজৰ আসন কৰি লৈছিল। বনগীতৰ ওঁৰালৈ আনন্দিৰাম দাসে আগবঢ়োৱা অতি বুজন আৰু চহকী বৰঙনিৰ বাবেই তেওঁ "বনকোঁৱৰ" উপাধিৰে সন্মানিত হৈছিল।

কিন্তু এক বিশেষ শ্ৰেণীৰ গীত হিচাবে বনগীতৰ যে অকল জনপ্ৰিয়তা হ্ৰাস পাইছে এনে নহয়, আনকি ইয়াৰ নিজস্ব আসনেই আজি কেনেবাকৈ প্ৰায় অদৃশ্য হোৱাৰ পথত। আৰু বনগীতে যি দৰে হেৰুৱাইছে নিজৰ প্ৰতিষ্ঠা, সেইদৰে অসমীয়া সংগীত জগতে পাহৰিবৰ উপক্ৰম কৰিছে অসংখ্য সফল গীতৰ স্ৰষ্টা 'বনকোঁৱৰ' উপাধিধাৰী আনন্দি ৰাম দাসক।

শ্ৰীকিশোৰী মোহন পাঠকৰ দ্বাৰা ৰচিত 'বনকোঁৱৰ' পুথিখন পঢ়ি যাওঁতে আনন্দ আৰু সন্তোষৰ কাৰণ ঘটিছে একাধিক ধৰণে। প্ৰথমতে অনুভৱ কৰিছোঁ শৈশৱৰ স্মৃতি বিজড়িত বনগীতৰ ছবি মোৰ মানস পটত আকৌ উজ্জ্বল হৈ ধৰা দিয়াৰ ব্যক্তিগত আনন্দ। দ্বিতীয়তে অসমীয়া আধুনিক গীতৰ ক্ৰমবিকাশৰ এটা গুৰুত্বপূৰ্ণ দিশত আংশিক ভাবে হলেও পুথিখনে আলোকপাত কৰাৰ বাবে পাইছোঁ সন্তোষৰ সমল। আৰু তৃতীয়তে—আৰু এইটোৱেই হৈছে আটাইতকৈ গুৰুত্বপূৰ্ণ কথা—আনন্দিত আৰু আশ্বস্ত হৈছো এই কাৰণেই যে অসমীয়া সংস্কৃতি আৰু বিশেষকৈ সঙ্গীতৰ জগত জড়িত সমাজে আনন্দি ৰাম দাসৰ অৱদানক অৱহেলা কৰাৰ ফলত যি অন্যায় হৈছিল শ্ৰীপাঠকৰ পুথিখনে অন্ততঃ কিছু দূৰলৈ হলেও সেই অন্যায়ৰ প্ৰতিকাৰ আৰু এক ধৰণৰ প্ৰতিবাদৰ প্ৰতীক স্বৰূপ হৈছে। এনে

এটি ৰাজহুৱা কৰ্ম ব্যক্তিগত প্ৰচেষ্টা আৰু উদ্যমেৰে সমাধা কৰাৰ বাবে শ্ৰীপাঠক নিঃসন্দেহে আমাৰ ধন্যবাদৰ পাত্ৰ।

"বনকোঁৱৰ" পুথিখন প্ৰচলিত অৰ্থত বিশুদ্ধ জীৱনী বুলিব নোৱাৰি, যদিও ইয়াত স্বৰ্গীয় দাসৰ জীৱনৰ ভালেমান গুৰুত্বপূৰ্ণ ঘটনাৰ বৰ্ণনা আছে। ইয়াত বিভিন্ন বিষয় বস্তুৰ সন্নিবিষ্ট হৈছে বিভিন্ন শিতানত যিবোৰৰ ভিতৰত আছে শিল্পী গৰাকীৰ পৰিচয়, কেনো কোনো বিশেষ ঘটনা বা পৰিস্থিতিৰ বৰ্ণনা, প্ৰকাশিত বা অপ্ৰকাশিত পুথিৰ বিবৰণ, ৰেকৰ্ড কৰা গীতৰ বিষয়ে সম্ভেদ, শিল্পীয়ে পোৱা প্ৰশংসা-পত্ৰ আৰু তেওঁৰ মৃত্যুত বিভিন্নজনে দিয়া শোক-বাণী ইত্যাদিৰ সমাবেশ। ইয়াত এনে কিছুমান প্ৰাসংঙ্গিক তথ্যও সন্নিবিষ্ট হৈছে যিবিলাক সমসাময়িক সাংস্কৃতিক ঘটনা প্ৰবাহৰ ইতিহাসৰ বাবে প্ৰয়োজনীয় বুলি বিবেচিত হ'ব পাৰে। কিন্তু সামগ্ৰিক বিচাৰত পুথিখনে এটা সুসংহত ৰূপ পোৱা যেন লগা নাই আৰু লেখকৰ উচ্ছাসৰ অতিশযাই ঠায়ে ঠায়ে বস্তুনিষ্ট দৃষ্টিভঙ্গী গ্ৰহণ কৰাত বাধাৰ সৃষ্টিও কৰিছে। অৱশ্যে লেখকৰ শ্ৰম আৰু নিষ্ঠাৰ চিন পুথিখনৰ ভিতৰেদি সুপৰিস্ফুট হৈ ওলাইছে।

অসমৰ সংস্কৃতি জগতৰ বতৰা ৰাইজৰ ওচৰত সদৰি কৰাৰ কামত শ্ৰীপাঠকে বহুদিনৰ পৰাই আত্মনিয়োগ কৰি আহিছে আৰু আলোচিত পুথিখনি এই দিশত তেখেতৰ এটা নতুন সংযোজন। কোৱা বাহুল্য তেখেতৰ উদ্যম আৰু পৰিশ্ৰম সঁচাকৈ প্ৰশংসনীয়।*

# বনকোঁৱৰ

**উত্তম বৰুৱা**

অসমৰ প্ৰকৃতিৰ জীয়াৰী অসমৰ প্ৰকৃত চিত্ৰ যিজনা শিল্পীয়ে গীত আৰু সুৰেৰে যুগমীয়াকৈ আঁকি থৈ গ'ল—সেইজনা শিল্পী হ'ল মৰিও অমৰ—অনাদৰ কৰাতো আদৰণীয়— বিস্মৰণত বিপুপ্ত হোৱা সত্বেও চিৰস্মৰণীয়ৰ—বৰণ নকৰাতো বৰণীয়—মান নধৰাতো মাননীয়—পূজা নিদিয়াতো পূজনীয়—শ্ৰদ্ধাৰ শৰাই নোপোৱাতো শ্ৰদ্ধেয় 'বনকোঁৱৰ' স্বৰ্গীয় আনন্দিৰাম দাস।

এইজনা শিল্পীৰ জন্মই যদি অসমীয়া বনগীতৰ জন্ম আৰু এইজনা শিল্পীৰ

---

*১৯৮৪ চনৰ ১ জুলাই তাৰিখে তিনিদিনীয়া অগ্ৰদূত কাকতত প্ৰকাশিত।

মৰণেই যদি বনগীতৰ মৰণ যুগ আৰম্ভ হয় তেন্তে তেওঁক যুগোত্তীৰ্ণ পুৰুষ বোলাত কি আপত্তি থাকিব পাৰে?

অসমীয়া বনগীতৰ যুগোত্তীৰ্ণ পুৰুষ হ'ল, শিল্পী হ'ল, গীতিকাৰ হ'ল, সুৰকাৰ হ'ল, কণ্ঠহাৰ হ'ল, স্থান নোপোৱা, মান নোপোৱা, মৰমী কোলা নোপোৱা, চিৰ দৰিদ্ৰতাক সাৰটি লৈ মুকুতা বিলোৱা, চকু পানীৰে লুইত ওপচোৱা আনন্দিৰাম দাস। নবীন বৰদলৈ, তৰুণ ফুকন, জ্যোতিপ্ৰসাদ, কীৰ্ত্তিনাথ বৰদলৈ, চন্দ্ৰ কুমাৰ আগৰৱালাদেৰে চিনি পায় কিন্তু মোৰ দৰে, আপোনাৰ দৰে তেওঁৰ দ'ৰে নদাই ফেদুৱাই চিনি নেপায় গুটি ধানকে পতান বুলি পতন কৰিছে এৰিলে .....

এনে এগৰাকী পুৰুষ গুৱাহাটীৰ দৰে অসমৰ নাভি কেন্দ্ৰ স্বৰূপ নগৰত জন্ম পায়ো অসমীয়াৰ নাভি স্বাসত নভোঃ মণ্ডললৈ গতি কৰিব লগা হ'ল।......

এই পুৰুষ গৰাকী, এই শিল্পী গৰাকী উপজিছিল ১৯০৯ খৃষ্টাব্দৰ ২ অক্টোবৰত গুৱাহাটীত। ২ অক্টোবৰ মহাত্মা গান্ধীৰো জন্ম দিন। আনন্দি দাসো এগৰাকী মহৎ শিল্পী হৈয়ে উপজিছিল— Artist is Born Not Made. শিল্পী ওপজে, তৈয়াৰ নহয়।

আনন্দি দাসো 'ঔপজিয়ে জগন্নাথ' অৰ্থাৎ মাতৃ গৰ্ভৰ পৰা ওলায়ে শিল্পী। আনন্দি দাস যদি অসমত নোপজিলহেঁতেন, লণ্ডন, নিউইয়ৰ্ক, মস্কোৰ কথা বাদেই দিলো— কলিকতাতো উপজিলহেঁতেন তেন্তে নজৰুল ইছলাম, ৰবীন্দ্ৰনাথৰ দৰে বিশ্ব বিশ্ৰুত হ'ব পাৰিলেহেঁতেন। আনন্দি দাসৰ মৌ কোঁহৰ মৌ চুহি চুহি পৰৱৰ্ত্তী কালত বহুজনেই বৰণ্যে পূজ্য হৈছিল— বহু শিষ্যই যশস্যাৰ যমুনাত সাঁতুৰি-নাদুৰি ফুৰিছিল। কিন্তু আনন্দি দাসক নাদৰ ভেকুলি কৰি ৰাখি বহুজনেই মহাসাগৰৰ পাট বেং হৈ জপিয়াই থৌকি বাথৌ টৌ চেৰাই গৈছিল।

অইন দেশৰ কথা নেজানো কিন্তু অসমত হ'লে গুৰু গৰু হোৱা আৰু শিষ্যই লাস্য হাস্য কৰা দেখিছো। আনন্দি ৰাম দাস আছিল জনমৰে পৰা অভিশপ্ত গন্ধৰ্ব্ব। সেয়ে তেওঁ নিজেই ভগৱানক সুধিছে—

"আৰু কিমান যাতনা দিবাহে দয়াল
কৃপাল কৰুণা সাগৰ
দুচকুত দিলা বেদনা ব্যাধিৰ
চকুলোৰে উজাগৰ।।
তুমিয়ে দিছিলা সংগীত সুমধুৰ
ধৰাৰ মানুহৰ তপ্ত হিয়া জুৰ।
কিবা অভিমানে দিলা অভিশাপ
দুখ দৈন্য আদি মহা অনুতাপ।

সেয়ে আজি হায় ঘৃণ্য জগতৰ—
অসহায় অনাদৰ!!

আনন্দিৰাম দাস মানুহজনাৰ, শিল্পীজনাৰ সাহিত্যিক জনাৰ অব্যক্ত বেদনাৰে সিক্ত "বনকোঁৱৰ" নামৰ এই গ্ৰন্থখনৰ লেখক শ্ৰীকিশোৰী মোহন পাঠক।

'বনকোঁৱৰ' গ্ৰন্থখন বনকোঁৱৰ আনন্দিৰাম দাসৰ সমগ্ৰ জীৱনৰ সমগ্ৰ দিশৰ এখন পূৰ্ণাঙ্গ চিত্ৰ থকা চৰিত্ৰ থকা, ব্যক্তিত্ব থকা, নেতৃত্ব থকা অভ্ৰান্ত আলেখ্য।*

# বনকোঁৱৰ

ৰাজেন্দ্ৰ নাথ হাজৰিকা

অতি নিৰ্দয় অবাঞ্ছিত ভাবে গীতিকাৰ স্বৰ্গীয় আনন্দি ৰাম দাসক অসমীয়া মানুহে একেবাৰে পাহৰি পেলাইছিল। ডেকা সাহিত্যক শ্ৰীকিশোৰী মোহন পাঠকে অতি সযত্নৰে 'বনকোঁৱৰ' নামৰ জীৱনীখন লিখি আনন্দিৰাম দাসক অসমীয়া মানুহৰ সোঁৱৰণী পটলৈ পুণৰ ঘুৰাই আনিলে। ইয়াৰ বাবে শ্ৰীপাঠক আমাৰ শলাগৰ পাত্ৰ। গত তৃতীয় দশকৰ পৰা ষষ্ঠ দশকলৈকে বনকোঁৱৰৰ সুললিত কণ্ঠ আৰু গীতিগুচ্ছৰ লালিত্যই অসমৰ আকাশ বতাহ মুখৰিত কৰি ৰাখিছিল। সেই কালছোৱাত অসমৰ প্ৰতিজন গায়ক শিল্পী সুৰকাৰসকলে বনকোঁৱৰৰ গীত এটি গাবলৈ পালে গৌৰব অনুভৱ কৰিছিল। বনকোঁৱৰৰ বনগীতৰ সুকীয়া লহৰে, ৰচনাৰ মৌলিকত্বই আতাইতকৈ আকৰ্ষণ কৰিছিল। আনকি সেই সময়ৰ শ্ৰেষ্ঠ কলাকাৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভায়েও তেখেতক অসমীয়া আধুনিক গীতৰ বিশিষ্ট ৰূপকাৰ বলি অভিহিত কৰিছিল। সেই সময়ৰ এচাম নকৈ উঠি অহা গায়ক গায়িকাই আনন্দি ৰাম দাসক 'গুৰু' মানি হৈছিল। তেখেতৰ ন ন সুৰ সংযোজনাৰ গীতবোৰ গাই তেওঁলোক আপ্লুত হৈছিল, নিজকে ধন্য মানিছিল। বৰ পৰিতাপৰ কথা যে তেখেতৰ মৃত্যু হোৱাৰ পাছতেই আমি আটায়ে তেখেতক পাহৰি পেলাইছিলো। সোঁৱৰণী সভা এখন পাতিও তেখেতৰ কথা সুৱৰিবলৈ,

---

* ১৯৮৪ চনৰ ২৫ মাৰ্চ তাৰিখে তিনিদিনীয়া অগ্ৰদূত কাকতত প্ৰকাশিত।

তেখেতৰ মৌলিক অৱদানৰ স্বীকৃতি দিবলৈ আমি অপাৰগ হৈছিলোঁইক। আমাৰ শিল্পী সাধকসকলৰ এয়েনেকি জীৱনৰ পৰিনাম? আনন্দি ৰাম দাসৰ মৃত্যুৰ তেৰ বছৰৰ পাছত শ্ৰীপাঠকে ধুলি বালিত অনাদৰ হৈ পৰি থকা গীতিকাৰৰ বিচিত্ৰ ৰচনাৰাজি থুপ খুৱাই "বনকোঁৱৰ' নামেৰে পুথিখন প্ৰকাশ কৰি অসমীয়া ৰাইজক সোঁৱৰাই দিলে যে আনন্দিৰাম দাস নিঃ কিন দুখীয়া হলেও এজন মহান হৃদয়ৰ ব্যাক্তি যাৰ কবিত্ব প্ৰেৰণাই আছিল মূলধন। দুখ-যন্ত্ৰণা, শোক-সন্তাপ তেখেতৰ আগত ম্লান পৰি গৈছিল। আনন্দিৰাম দাসে দুখক দুখ নুবুলি গীতি ব্যঞ্জনাৰ সুৰ বুটলিছিল, কণ্ঠৰ লহৰ তুলিছিল, ভাষা জননীৰ সেৱাত নিজকে উছৰ্গা কৰিছিল।

বনকোঁৱৰ আনন্দি ৰাম দাসে এহেজাৰ গীতি কবিতা, চাৰিখন নৃত্য নাটিকা, শিশু নাটিকা, কেইখন মান পূৰ্ণাঙ্গ সামাজিক নাটক, ছয়খন মান গীতি আলেখ্য আৰু জাতীয় ভাবমূলক অসংখ্যা কবিতা লিখি দৰিদ্ৰতা আৰু কবিতাক প্ৰেমেৰে আকোৱালি লৈছিল। গীতি ৰচনা আৰু গীত গোৱাত মজি থাকি দৰিদ্ৰতাৰ কথা দাসে পাহৰি পেলাইছিল। 'বনকোঁৱৰ'ৰ চমু পৰিচয় বোলা আৰম্ভনী প্ৰবন্ধৰে শ্ৰীপাঠকে আনন্দি দাসৰ জীৱন আলেখ্যৰ যিখিনি ছবি ধৰিছে সেয়ে প্ৰমাণ কৰি দেখুৱায় যে দাসৰ জীৱন খলা-বমাৰে পৰিপূৰ্ণ। তাৰ মাজেদিয়ে তেখেতে বাল্য কালৰে পৰা এজন অক্লান্ত কলা সাধক হৈ জীৱন পাত কৰি গ'ল। বিৰহী, সুৰ-নিজৰা, নন্দন আদি পুথিৰ বিশ্লেষণ দাঙি ধৰি শ্ৰী পাঠকে দেখুৱাইছে যে আনন্দি দাসে সাহিত্য সাধনা, সঙ্গীত সাধনা আদি যি কৰিছিল নিজে কিবা পাম বুলি কৰা নাছিল— কৰিছিল মাতৃ ভূমিৰ সেৱাৰ কাৰণেহে। সেয়েহে এটি গীতত দাসে কৈ গৈছে—"লোকৰ হকে জীৱন নিয়ালো, নেপালো কৰুনা মাগি।" বনকোঁৱৰৰ গীতৰাজি সহজ সৰল সুৱলা আৰু সুৰ সৃষ্টি লোক ৰঞ্জক হোৱাৰ কাৰণে আটাইৰে অতি প্ৰিয় হৈ পৰিছিল। শ্ৰোতা মণ্ডলীৰ বাবে ৰব আকৰ্ষণীয় আছিল। আনন্দি দাস নিজে'ই এজন সুগায়ক আছিল। তেখেতে অকল আধুনিক গীত, বনগীত আদিকে গাইছিল এনে নহয়, নিজৰ ৰচিত গীতৰাজি ৰাভা ভিত্তিক সুৰতো গাইছিল। আমি জনাত তেখেতে প্ৰায় আঢ়ৈকুৰি স্বৰচিত গীত ৰাভাভিত্তিক সুৰ দি গাইছিল। সেইবোৰ চৰ্চ্চাৰ বাবে ঘৰতে বহু সাদৰীত মাতি আচৰ পাতিছিল। ৰাভা ভিত্তিক বহু গীত গ্ৰামফোনত ৰেকৰ্ড কৰিছিল।

দুখীয়া গায়কজনে সেই কালত সামাজিক ভাবেও কোনো সহায় পোৱা নাছিল। তেখেতৰ দুই এজন সহপাঠী বন্ধু মন্ত্ৰীত্বৰ গাদীত বহিও চৰকাৰৰ তৰফৰ

পৰা কোনো আৰ্থিক সাহায্য আগবঢ়োৱা নাছিল। তেখেতক গুৰু মানি লোৱা সকলেও সুৱৰিবলৈ পাহৰি পেলাইছিল। সি যি কি নহওঁক, শ্ৰীপাঠকৰ পুথিখনে (বনকোঁৱৰ) আজি আনন্দি দাসক পুণৰ সঞ্জীৱিত কৰিছে আৰু তেখেতৰ প্ৰতিভাৰো আলোকপাত হৈছে। তেখেতৰ সমূহ ৰচনাৰাজি গ্ৰন্থ হিচাবে খুপ খুৰাই চৰকাৰে প্ৰকাশ কৰিবলৈ গাত লওক লগতে তেখেতৰ বিধবা পত্নীক শিল্পী পেঞ্চন দি সহায় কৰক।*

# বনকোঁৱৰৰ সুৰ ঝঙ্কাৰ

সঙ্গীতালেখ্য

অসমৰ সঙ্গীত আকাশত গীতৰ জাউৰী তুলি—সুৰৰ দিপাৱলী পাতি সংস্কৃতিৰ বন্তি উজলোৱা দৰদী শিল্পী বনকোঁৱৰ আনন্দি ৰাম দাস। সঙ্গীত সাধনাকে জীৱনৰ ব্ৰত কৰি লোৱা বনকোঁৱৰৰ মন প্ৰাণ কৈশৰ কালৰে পৰা কেৱল সঙ্গীত সৰোবৰতে উটিভাহি থাকিল। বৰনৈৰ বিমল বুকুৰ অপৰূপ ৰূপ সৌন্দৰ্য চাই হয় তেওঁ আনন্দত মগন। নৈৰ বুকুৰে যোৱা পাল তৰানাও চাই—নাওৰীয়াৰ কণ্ঠৰ পৰা ভাহি অহা ভাটিয়ালী গীতৰ ৰিণ্ডা ৰিণ্ডা সুৰ শুনি— ৰূপহী বালিৰ ওপৰত উৰি আহি পৰা বিধে বিধে চৰাইৰ জাক চাই— নাহৰ ফুল. তগৰ ফুল, কপৌফুলৰ সৌন্দৰ্য চাই আনন্দি হয় আপোন পাহৰা। অসমীৰ পাহাৰে পাহাৰে, পথাৰে পথাৰে, নৈৰ পাৰে পাৰে, বনে বনে, ঘুৰি ফুৰি বনকোঁৱৰে যেন বন ফুলৰ লগত প্ৰকৃতিৰ মানস কইনাজনীৰ লগত কথা পাতে বন ফুলৰ মালা গাঁঠি—তাকেই লিখে—তাতেই সুৰ সানে আৰু সেই কথা —সুৰ কণ্ঠ নিগৰি ওলায়—

কোনেনো সখি জগালে মাতি
শেৱালী ফুলা জোনালী ৰাতি,
নিয়ৰৰে চেচা চুমা পৰশত
গোলাপী সখি কান্দিছে ভিতি।

---

* ১৯৮৪ চনৰ ১২ এপ্ৰিল তাৰিখৰ 'সাদিনীয়া নাগৰিক' কাকতত প্ৰকাশিত।

সেই কথাটি কোনটি পৰত
কৈ গ'ল আহি সপোনপাৰত
কোনেনো আহি বজায় বাঁহী
চকুৰ টোপনি লৈ গ'ল মাতি।
বনৰে কাউৰী পুৱঁতি নিশা
কান্দে বুকু ভাঙি কত কি আশা
তল সৰা ফুল হ'ই বিয়াকুল
যায় মৰহি আসন পাতি।

বনকোঁৱৰৰ এয়া প্ৰথম ৰচনা। তাৰ পিছত এটি দুটিকৈ অনেক গীত লিখিলে—তাত থলুৱা সুৰৰ প্ৰলেপ সানিলে। সৃষ্টি হ'ল এক নতুন পৰম্পৰা—লুইতৰ দুয়ো পাৰে পাতিলে বনগীতৰ মেলা—গীতে গীতে প্ৰকাশ হ'ল অসমৰ নৈসৰ্গিক সৌন্দৰ্য। গীতৰ ভাষা জাতে-পাতে অসমীয়া। কথাও নিমজ, সৰল আৰু ঘৰুৱা। গীতৰ সুৰে সুৰে, লহৰে লহৰে বৈ আহিল অনুপম ভাবৰ নিজৰা—

কোন সেই ৰূপহীৰ ঘাট অ' মইনা
কোন সেই ৰূপহীৰ ঘাট,
হাঁহি হাঁহি তাই ৰূপকে চাই চাই
নিতৌ গা পখালে তাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।
তাত নিতৌ পহুচৰি থাকে অ' মইনা
খায় কুমলীয়া পাত
পাতে মইনা কুমলীয়া (২ বাৰ)
খায় কুমলীয়া পাত,
কিনো সুৰে ধৰি চৰাই চিৰিকটি
মাতে বিনন্দীয়া মাত অ' মইনা
কোন সেই ৰূপহী ঘাট।
তাই উটুৱায়ে দিয়ে দীঘল চুলি টাৰি
বুলায়ে লাৱনী হাত
হাতে মইনা লাৱনী
বুলায়ে লাৱনী হাত
সাঁতুৰি থাকোঁতে অৱলা কোঁৱৰৰ

মেৰিয়াই ধৰিলে গাত অ' মইনা
কোন সেই ৰূপহী ঘাট।

মানুহৰ জীৱন ক্ষনস্থায়ী। জীৱিত কালচোৱা হয় বেদনাৰে ওপচা। কাৰণ — মানুহে সুখৰ সপোন ৰচি ৰঙেৰে ৰংঘৰ সাজে কিন্তু সেই ৰংঘৰ প্ৰবল ধুমুহাই দিয়ে বগৰাই। আদৰেৰে—যতনেৰে সজা ফুলনীবাৰী? তাতো লুকাই থাকে কাল অজগৰ। আৰু সোণালি ধাননী ডৰা? প্ৰবল বানৰ·কোবাল টৌৱে তাকো নিয়ে উটুৱাই। এনে ব্যথা ভৰা জীৱনৰ কৰুণ বতৰা প্ৰকাশ হৈছে বনকোঁৱৰৰ টোকাৰী গীতত—

ৰঙতে বান্ধিলি ঘৰে তই মইনা ঐ
ৰঙতে বান্ধিলি ঘৰ
নেদেখিলি লুকাই আছিলে ধুমুহা
বুকুতেনো পছিমৰ
তই মইনা ঐ
ৰঙতে বান্ধিলি ঘৰ।
আগফাল গুৱনি ফুলনি বাৰীখন
অতিকৈনো হেঁপাহৰ
আছিলে কোমল বননি বুকুতে
লুকাই কালে অজগৰ
তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ।

আগফাল গুৱনি ফুলনি বাৰীখন
অতিকৈনো হেঁপাহৰ
আছিলে কোমল বননি বুকুতে
লুকাই কালে অজগৰ
তই ধনাই ঐ
ৰঙতে বান্ধিলি ঘৰ।
লুইতৰ পাৰতে বান্ধিলি ঘৰতেই
লুইতৰ পাৰৰে ঘৰ
নেদেখিলি কেনে ফোটোকাৰে ভৰা
চলে বাৰিষা বুকুৰ

তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ।

কেতিয়াবা তেওঁ আশাৰ চাকিটি জ্বলাই-প্ৰীতিৰ বোল সানি স্মৃতি কৰে যুগমীয়া। ৰৰ নাম ঘৰত বন্তি জ্বলাই তেওঁ জেউতি চৰায়। নাম ৰৰগীত বিশ্বত শুনাই ডবাটি কোবাই অচেতন মানবক জগায়—

অ' কোটি কলীয়া আমাৰ নামেঘৰৰ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ
সোণৰে গছাটিৰ হিয়াৰে চাকিটিৰ
বন্তি জ্বলাই ধৰাত পোহৰ বিলাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ।
তিৰ্‌বিৰ্ সোণৰ শৰাইখনৰ
ৰাখি মান আমিয়েই সুনাম বঢ়াও;
নামৰে অমিয়া সুৰৰ ধ্বনি তুলি
পৃথিৱী কঁপাই নিতৌ দবাটি কোবাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ।
মৰিও জনমে পাওঁ ঐ জিলিকি
পাতি হিয়া-সিংহাসন সেৱাটি জনাওঁ
পুৰা প্ৰেমামৃত গুৰু ভটিমাৰে
অচেতন জগতক আমিয়ে জগাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ

বসন্তৰ বলীয়া বা লাগি আনন্দিৰ মন হৈছিল উতলা। তেওঁৰ হিয়াৰ সুৰেৰে উতলা ৰঙেৰে লিখা বিহু সুৰীয়া গীতৰ ছন্দে ছন্দে এদিন বিহুতলী হৈ পৰিছিল উথল মাথল। উদণ্ডীয়া বসন্তত উদণ্ডীয়া মনেৰে তেওঁ কেৱল বিহু সুৰীয়া গীতেৰে যুৱক-যুৱতীসকলৰ অন্তৰত উথলি উঠা প্ৰেমৰ ইননি বিননীকে প্ৰকাশ কৰা নাছিল— স্বদেশ প্ৰেমৰ চিটিকনিৰে সেই গীত সমুজ্জল হৈছিল—অসমৰ অতীত গৌৰৱৰ বতবাৰে জন মন মতলীয়া কৰিবৰ প্ৰয়াস কৰিছিল—

অ' আইতা আজিও আছে মোৰ
অ' আইতা এখনি বিহুৱান
অ' আইতা তুমি দিয়া তাহানিখন,
হিয়া ভৰি দিয়া অ' আইতা

এযাৰি আশীৰ্বাদে অ' আইতা
জিকি অহা শৰাই ঘাটৰ ৰণ আইতা
বুকুৰ আইতা তুমি দিয়া তাহানিখন

এইখন দেশৰে অ' আইতা-আইতা ঐ
ঘিউ-মৌৰ গোন্ধতে অ' আইতা-আইতা ঐ
কৰে পৃথিবীয়ে ৰণ,
এটুপি শৰীৰৰ অ' আইতা
তেজ থাকে মানে অ' আইতা
মচি দিম চকুলো কণ আইতা
মুচি দিম চকুলোকণ—
জিকি অহা শৰাই ঘাটৰ ৰণ আইতা
বুকুৰ আইতা তুমি দিয়া তাহানিখন।

অসমা সুষমা অ' আইতা-আইতা ঐ
তুমি নিৰুপমা অ' আইতা-আইতা ঐ
নেলাগে মাৰিব মন,
আমিয়ে ৰাখিমে অ' আইতা
মান ভাৰতৰে অ' আইতা
জীৱনে কৰিছোঁ পণ-আইতা
জীৱনে কৰিছো পণ
জিকি অহা শৰাই ঘাটৰ ৰণ আইতা—
বুকুৰ আইতা তুমি দিয়া তাহানিখন!!

খেমেলীয়া গীত ৰচনাতো আনন্দি দাস আছিল সিদ্ধহস্ত। এই শ্ৰেণীৰ কিছুমান গীতে শ্ৰোতাৰ মনত ৰসৰ সঞ্চাৰ কৰিছিল। তেনে এটি গীতৰ নমুনা এয়া 'মিঠা পাণৰ খিলি'। ১৯৬২ চনৰ ৭ চেপ্তেম্বৰ তাৰিখে নিশা ৮-১৫ মিনিটত আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে এই গীতটি প্ৰচাৰিত হৈছিল। এবাৰ আকৌ শুনকচোন—

অ' চন্দুত বন্দুকৰ গুলি মোৰ আইজনী
চন্দুকত বন্দুকৰ গুলি;

মিচিকিয়া হাঁহিৰে চকু চাই বধিলা
মানুহটোকে পছুটো বুলি মইনা আইজনী
কিনো যে ঐ গুৱনি-চন্দুকত বন্দুকৰ গুলি?

অ' কিনো মিঠা পাণৰ খিলি মোৰ আইজনী
কিনো মিঠা পাণৰ খিলি,
বহাগীৰে বিয়াখন মনে মনে পাতিলা
পানী পোতাত সুৰগা তুলি মইনা আইজনী
কিনো যে ঐ গুৱনি-চন্দুকত বন্দুকৰ গুলি??

অ' গাবলৈ নেপালোঁ যোৰা-নাম এফাকি
সুৰৰে জাউৰি তুলি,
আগে নেজানিলোঁ এতিয়াহে জানিলোঁ
বিলাতৰ দৰাটো বুলি মইনা আইজনী
কিনো যে ঐ গুৱনি-চন্দুকত বন্দুকৰ গুলি??

অ' বাঁহৰো এফাল মানুহৰো একাল
একেখন বাৰীৰে পুলি,
মিঠা গুচি তিতা হ'ল মনৰ কথা মনত ৰ'ল
কিনো যে ঐ গুৱনি-চন্দুকত বন্দুকৰ গুলি??

অসমীয়া কথা ছবিৰ গীতিকাৰ হিচাপে দাসে এখন মৰ্যদাৰ আসন লাভ কৰিছিল। ভক্ত প্ৰহ্লাদ, পাৰ ঘাট, বদন বৰফুকন, লাচিত বৰফুকন আদি কথা ছবিৰ কাৰণে তেওঁ অসমীয়া মাটিৰ সুৰৰ চানেকিৰে গীত ৰচিছিল। ভক্ত প্ৰহ্লাদ কথা ছবিৰ ভকতীয়া সুৰৰ আধ্যাত্মিক ভাবৰ গীতৰ কথা বহু দিনলৈ শ্ৰোতাৰ মনত গুণ-গুণকৈ বাজি আছিল। আজিও কাণ পাতিলে মনলৈ ভাহি আহে আকুল সুৰৰ সেই গীতটি—

অ' হৰি চৰণ দিয়াহে।।
জলধি মাজে তুমি
হৈয়া ভৱ তৰী অ' হে
আছো নিতে খৰি কত অৱতাৰ

ব্ৰহ্মাণ্ডৰ ভূমি ভাৰ
কান্ধতে প্ৰভু তোমাৰ
ভকতৰ প্ৰাণ ধন তুমি নাৰায়ণ
আছা লৈয়া যুগ যুগ
ধৰি কত ৰূপ
তুমি নিত্য নিৰঞ্জন নমো হৰি নাৰায়ণ
যত জীৱ জগজন হৰি নাৰায়ণ
কৰে নিতে বিচৰণ হৰি নাৰায়ণ
নবুজিয়া মূঢ় মতি
পাপে ডুবি মৰে
(হৰি) মই মৰো ণাৰায়ণ
পৰি চৰণে তোমাৰ।।

গীতিকাৰ, সুৰকাৰ, কবি, নাট্যকাৰ, অনাতাঁৰ শিল্পী আৰু ৰেকৰ্ড গায়ক বনকোঁৱৰ আনন্দি ৰাম দাস। অসম বননীত নিৰবে ফুলি উঠা এই বন কোঁৱৰ ফুল পাহ এদিন লেৰেলী শুকাই মৰহী গ'ল। অসমীয়াৰ অতি মৰমৰ বনকোঁৱৰৰ জীৱন বন্তি নুমাবৰ আজি পোন্ধৰ বছৰেই হ'ল। সত্য সুন্দৰৰ বেদীত তেওঁ যি আল্পনা আঁকি গ'ল সেয়া অসমীয়াৰ মনৰ আঁহে আঁহে, কোঁহে কোঁহে বৈ বৈ গ'ল। সেয়ে তেখেতক বিচাৰিলে আমি পাম তেখেতৰ বাণী ৰূপ গীত আৰু সুৰৰ লহৰৰ মাজত। অন্যথা বনকোঁৱৰে লিখি থৈ যোৱাৰ দৰে এদিন হয়তো তেখেতৰ আত্মাই আকৌ সোঁৱৰাই দিব—

মোৰ তুমিও নুবুজা হিয়াৰ কবিতা
চকুৰ পানীৰে লিখা
চিতাৰ বুকুতে দিবা জাপি মোৰ
জ্বলোতে অনল শিখা—
চকুৰ পানীৰে লিখা।
ছন্দত আছিলে গন্ধ উতলা
ৰসে ৰূপে ভৰা ভাবৰ সঁফুৰা
তাকে লৈ হিয়াতে উৰি জোনাকীৰে
উজাগৰে যত নিশা—

চকুৰ পানীৰে লিখা।
মোৰ কবিতাৰ যি কেখিলা তুলাপাত
মৰণৰ দিনা হ'ব সেয়ে চিতা কাঠ
দিবা থুপাই বুটলি নালাগে উজলি
থাকিব স্মৃতিৰ ৰেখা—
চকুৰ পানীৰে লিখা।*

# বনকোঁৱৰৰ স্মৃতি দিৱস

গুৱাহাটী ঃ তাহানিৰ প্ৰসিদ্ধ গীতিকাৰ আৰু গায়ক বনকোঁৱৰ আনন্দি ৰাম দাসৰ দ্বাদশ মৃত্যু দিৱস উপলক্ষে দিহিঙৰ কপালীম সাংস্কৃতিক সন্থাই ৪ আগষ্ট তাৰিখে উজান বজাৰৰ এম চি এম ই স্কুলত আয়োজন কৰা এখন স্মৃতি সভাত সভাপতিত্ব কৰি দিয়া ভাষণ প্ৰসঙ্গত শ্ৰীফণী তালুকদাৰে কয় যে অসমত আজিও কেইগৰাকীমান প্ৰকৃত শিল্পী সাধকে মৃত্যুৰ বহু বছৰ পিচতো যথাযোগ্য সন্মান নেপালে। আনন্দি ৰাম দাস তেনে এগৰাকী শিল্পী। শ্ৰীতালুকদাৰে শিল্পীজনাৰ ৰচনাৰাজি প্ৰকাশৰ ওপৰত গুৰুত্ব দিয়ে। আনহাতে গীতিকাৰজনৰ কথা অসমীয়া সাহিত্য বুৰঞ্জীত উল্লেখ নথকাত অক্ষেপ কৰে।

মুখ্য অতিথি হিচাপে যোগদান কৰি শ্ৰীপুৰুষোত্তম দাসে কয় যে গুণী মানুহক নজনা নিচিনাটো আমাৰ দোষ। অসমীয়া গ্ৰামোফন ৰেকৰ্ডৰ বাটকটীয়া সকলৰ ভিতৰত আনন্দি দাসো এজন বুলি উল্লেখ কৰি শ্ৰীদাসে এহেজাৰবো বেছি গীতৰ লেখক বনকোঁৱৰৰ লগত একেলগে কাম কৰি পোৱা অভিজ্ঞতাৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰে। নিৰ্দিষ্ট বক্তা হিচাপে ভাষণ দি সঙ্গীত মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীচাৰু বৰুদলৈয়ে আনন্দি ৰাম দাসৰ পৰা বনগীত শিকাৰ কথা উল্লেখ কৰি কয় যে তেওঁক আমি আজিও স্বীকৃতি দিব নোৱাৰাটো পৰিতাপৰ কথা।

শ্ৰীকিশোৰী মোহন পাঠকে উদ্দেশ্য ব্যাখ্যা কৰাৰ লগতে আনন্দি ৰাম দাসে ৰচিত কবিতা "আমাৰ গৌৰব" আবৃত্তি কৰে। বনকোঁৱৰ আনন্দি ৰাম দাসৰ পত্নী শ্ৰীমতী দেবযানী দাসলৈ সন্থাৰ তৰফৰ পৰা সম্বৰ্দ্ধনা জ্ঞাপন কৰি, সন্থাৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থৰ টোপোলা ফুলাম গামোচাৰে সৈতে উপহাৰ দিয়া হয়। সম্বৰ্দ্ধনাৰ উত্তৰত শ্ৰীমতী দাসে

** ১৯৮৪ চনৰ ২২ আগষ্ট তাৰিখে নিশা ৯-৩০ বজাত আকাশবাণী, গুৱাহাটী কেন্দ্ৰ যোগে প্ৰচাৰিত। কণ্ঠদান কৰে শ্ৰীমহানন্দ মজিন্দাৰ বৰুৱা, শ্ৰীকৃষ্ণ মহন্ত আৰু শ্ৰীবাপু বৈশ্যাই। কথাংশত শ্ৰীকমল শৰ্মা আৰু প্ৰযোজনা শ্ৰীহেমেন হাজৰিকাৰ।*

বনকোঁৱৰৰ ৰচনা ৰাজি প্ৰকাশ কৰাত সহায় কৰিবলৈ অনুৰোধ জনায়।

সমজুৰাৰ ফালৰ পৰা সৰ্বশ্ৰী ৰাজেন্দ্ৰ নাথ হাজৰিকা, গোপাল কৃষ্ণ দাস, অৰুণ বৰুৱা, মন্তু দাস, ব্ৰজেন দাস আৰু প্ৰণৱ দাসে ভাষণ দিয়ে। শ্ৰীধৰণী ধৰ নেওগে সভাৰ আৰম্ভনিতে ঘোষা পাঠ কৰে। আনন্দ ৰাম দাসৰ পুত্ৰ শ্ৰীপ্ৰদীপ দাসে জনায় যে দেউতাকৰ ডেৰহাজাৰ মান গীত বহুতো নাটক, নৃত্য নাটিকা আছে। সভাত দুটি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। প্ৰথম প্ৰস্তাৱেৰে বনকোঁৱৰ আনন্দি ৰাম দাসৰ সকলো ৰচনা প্ৰকাশ কৰিবলৈ প্ৰকাশন পৰিষদলৈ অনুৰোধ জনোৱা হয় আৰু দ্বিতীয় প্ৰস্তাৱৰ জৰিয়তে শিল্পী গৰাকীৰ পত্নীলৈ মাহে পাঁচ শ টকাৰ পেঞ্চন দিবলৈ অসম চৰকাৰক অনুৰোধ কৰা হয়।*

# Death Anniversary of
## Anandi Ram Das

GUWAHATI , Aug 3- The 14th death anniversary of Bonknwar Anandi Ram Das was observed with due soleminity on August last at Dispur under the auspices of Rupalim Sanskritik Sangstha with sri Rajendra Nath Hazarika in the chair. Sri Sachindra Mohan Mahato, Secretary of the Sanstha read out a report on the importance of observing the anniversary every year.

Speaking on the occasion Sri kishori Mohan Pathak discuss elaborately literacy and artistic creation of Bonkouwar Anandi Ram Das towords Assamese literature and culture and revealed that Bonkouwar composed about 1,000 songs as many as 12 lyrical plays and made gramophone records of songs by his own voice. He urged upon the Assam publication Boards to publish entire works of Bonkouwar.

Paying glowing tributes to the artist Sri Dharanidhar Neog

---

* উপৰি উক্ত বাতৰিটো ১৯৮১ চনৰ ৯ আগষ্টৰ দৈনিক অসম কাকতত প্ৰকাশিত।

recited a self composed poem and Sri Dibakar Das requested the Sangstha to arrange music competition of Bongeet among the students to perpetuate the memory of late artist every year.

The meeting urged upon the Government to grant a monthly pension of the poor wife of artist and asked the All India Redio, Guwahati to broadcast songs and drama, on Bonkouwar from time to time specially on his death anniversary on 4th August every year.*

# শিল্পী পেন্সন আৰু বনকোঁৱৰ

অসমৰ প্ৰখ্যাত গীতিকাৰ, গায়ক বনগীতৰ ওজা, বনকোঁৱৰ আনন্দি দাসৰ মৃত্যুৰ বাতৰি পাই স্বৰ্গীয় হেমাঙ্গ বিশ্বাসে আনন্দি ৰাম দাসৰ পত্নীলৈ কলিকতাৰ পৰা লিখিছিল বনকোঁৱৰ আনন্দি দাসৰ মৃত্যুৰ বাতৰিয়ে মোক বৰকৈ মৰ্মাহত কৰিছে। তেওঁ আছিল মোৰ দীৰ্ঘ দিনৰ বন্ধু। ১৯৪৬ চনত গুৱাহাটীত প্ৰথম গণনাট্য সংঘৰ শাখা প্ৰতিষ্ঠা হয়। তেতিয়া আমি তেওঁক তাৰ প্ৰথম সম্পাদক হিচাপে পাই ধন্য হৈছিলো। পৰৱৰ্ত্তী কালৰ ১৯৫৩ চনত তেওঁ সৰ্ব্বভাৰতীয় গণনাট্য শাখাৰ সভাপতি মণ্ডলীৰ সদস্য নিৰ্বাচিত হৈছিল। বনগীত সম্পৰ্কে শিক্ষাও মই তেওঁৰ পৰা লৈছিলো। তেখেতে শিকোৱা ২/৩ টি বনগীত কলিকতা আৰু সৰ্বভাৰতীয় ক্ষেত্ৰত উপস্থিত কৰাৰ সৌভাগ্যও মই পাইছিলো।"

মৃত্যু সংবাদ শুনি ১৮-৮-৬৯ তাৰিখে প্ৰাক্তন সংসদ সদস্য স্বৰ্গীয় হেম বৰুৱাই লিখিছিল—"ব্যক্তিগত ভাবে বন্ধুত্ব থকাৰ উপৰিও মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা আছিল অসীম। এইজন মানুহে আমাৰ সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি গৈছে।

সেইদৰে তেতিয়াৰ আকাশবাণীৰ সঞ্চালক ভি কৃষ্ণ স্বামীয়ে লিখিছিল "He was one of the oldest artitsts of AIR and we held him in great esteem and respect, and his memorey will be charished by All India Radio as well as by lovers of music for a long time to come."

---

* উপৰি উক্ত বাতৰিটো ১৯৮৩ চনৰ ১৪ আগষ্টৰ দি আসাম ট্ৰিবিউন কাকতত প্ৰকাশিত।

আনন্দি দাসক ৰাইজে "বনকোঁৱৰ" উপাধি দিলে। বনকোঁৱৰ ১৯৩৭ চনতে গীত লিখি গ্ৰন্থকাৰে প্ৰকাশ কৰি উলিয়াইছে। তেওঁৰ পত্নী শ্ৰীমতী দেৱযানী দাস এতিয়া বৃদ্ধা আৰু ৰুগীয়া দেহাৰে বিছনাত পৰি আছে। দেৱযানীয়ে কেইবছৰ মান আগৰ পৰা স্বামীৰ নামত মৰণোত্তৰ ভাৱে শিল্পী পেন্সন পোৱাৰ আশাৰে চৰকাৰলৈ আবেদন-নিবেদন কৰিও একো ফল পোৱা নাই। সেয়ে আপোনাৰ কাকতৰ জৰিয়তে চৰকাৰলৈ অনুৰোধ যাতে বনকোঁৱৰ আনন্দি ৰাম দাসৰ পত্নীলৈ এইবাৰ শিল্পী পেন্সন প্ৰদান কৰে।*

কিশোৰী মোহন পাঠক
দিছপুৰ

# বনকোঁৱৰ পঁজা

খাৰঘুলিৰ পথৰ দাঁতিত থকা ঘৰ এটিৰ নাম 'বনকোঁৱৰৰ পঁজা'। পঁজাটি সাজিছিল শিল্পী স্বৰ্গীয় আনন্দি ৰাম দাসে। ৰাইজে আনন্দি দাসক বনকোঁৱৰ উপাধি প্ৰদান কৰিছিল। তেওঁ আছিল গীতিকাৰ, সুৰকাৰ, গায়ক আৰু নাট্যকাৰ। যোৱা ১৯ জানুৱাৰীৰ পুৱা কামৰ ঘৰ এটিৰ পৰা অহা জুইত ঘৰটি পুৰি প্ৰায় শেষ হয়। তেওঁৰ বিধবা পত্নী শ্ৰীমতী দেৱযানী দাসে কোনোমতে শিল্পীৰ ৰচনাবোৰ সাৱটি লৈ ঘৰৰ বাহিৰত ওলাল। ঘৰত জুই লগা সময়ত আনন্দি দাসৰ বৰ পুত্ৰ গৈছিল দৌল গোবিন্দ মন্দিৰ দৰ্শন কৰিবলৈ। সেয়ে ঘৰৰ লগতে বয় বস্তু সকলো জুইত জাহ্ গ'ল। এতিয়া এই দুখীয়া পৰিয়ালটিৰ পানীত হাঁহ নচৰা অৱস্থা।

সেয়ে, অসম চৰকাৰ তথা মাননীয় মুখ্যমন্ত্ৰী মহোদয়লৈ বিনম্ৰ অনুৰোধ এয়ে যেন শিল্পী গৰাকীৰ বিধবা পত্নীলৈ গৃহ নিৰ্মাণৰ কাৰণে আৰ্থিক সাহায্য প্ৰদান কৰি পৰিয়ালটিক বিপদৰ পৰা উদ্ধাৰ কৰে।*

কিশোৰী মোহন পাঠক
মথুৰা নগৰ, দিছপুৰ

---

** উপৰি উক্ত চিঠিখন ১৮-৭-১৯৯০ তাৰিখৰ আজিৰ অসম কাকতৰ 'সম্পাদকলৈ চিঠি-পত্ৰ' শিতানত প্ৰকাশিত। এই লেখকৰ আন এখন চিঠি ১৫-৮-১৯৯০ তাৰিখৰ তিনিদিনীয়া অগ্ৰদূত কাকতত্তো প্ৰকাশ হৈছে।*

** উপৰি উক্ত পত্ৰখন ১৯৯২ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখৰ তিনিদিনীয়া অগ্ৰদূত কাকতত ৰাইজৰ আদালত শিতানত প্ৰকাশিত।*

## গ্ৰন্থকাৰৰ 'লুইতপৰীয়া শিল্পী' গ্ৰন্থ সম্বন্ধে গোটাচেৰেক মন্তব্য

## 'লুইতপৰীয়া শিল্পী' (মূল্য — পোন্ধৰ টকা)

"লুইতপৰীয়া শিল্পী" — বৰ্তমান শতিকাৰ অসমত উপজি বিবিধ কলাৰ সাধনা কৰি সেই কলালৈ নিজৰ আশাগুধীয়া দান আগবঢ়োৱা কেইগৰাকীমান কলাকাৰৰ পৰিচয়ৰ সংগ্ৰহ হ'ল এইখনি। ইয়াত গীত, বাদ্য, নৃত্য, এই তৌৰ্যত্ৰিক আৰু তাৰ সংলগ্ন আন কলাৰ বিশেষজ্ঞ বিচাৰ শ্ৰীকিশোৰী মোহন পাঠকে কৰিবলৈ যোৱা নাই। কিন্তু তেওঁৰ কাৰ্যৰ মূল্য নিৰ্ধাৰিত হব এই শিল্পীসকলক আমাৰ পাহৰণিৰ পৰা ৰক্ষা কৰি থোৱাটিত। অসমত এনে অনুষ্ঠান নাই যি এই কামটি বাহ্ লগাই কৰিব। কিন্তু এনে কাম এজনীয়াকৈ কৰাটো কষ্টকৰেই নহয়, অনেক সময়ত অসাধ্যও। তথাপি শ্ৰীপাঠকৰ কামটি এটি শুবাৰম্ভ হৈছে আমাৰ বাবে। আশা কৰিছোঁ 'লুইতপৰীয়া শিল্পী'ৰ দ্বিতীয় সংস্কৰণ পৰিবৰ্দ্ধিত হৈ অথবা ইয়াৰে দ্বিতীয় এটি খণ্ডই আমাৰ দেশৰ আনসকল কৃতী কলাকাৰক আমাৰ স্মৰণ পথলৈ ঘূৰাই আনিব।

ড' মহেশ্বৰ নেওগ

এই বিংশ শতিকাত এতিয়ালৈকে যিসকল সৌন্দৰ্য্যসেৱীয়ে অসমৰ গীত মাত নৃত্য ভাওনা নাট জগৎখন সজাই পৰাই ৰাখিছে, তেওঁলোকৰ সংগ্ৰামৰ ইতিহাস অসমৰ এতিয়াৰ চাম শিল্পীয়ে জানিব লাগে। তেওঁলোকৰ জীৱনী সময়ৰ গৰ্ভত হেৰাই যাব নেলাগে। তেওঁলোকৰ সৃষ্টি সমূহৰ নৱ মূল্যায়ন হোৱাটো বৰ আৱশ্যক — অনাগত দিনৰ শিল্পী সমূহৰ কাৰণেও। সাংস্কৃতিক সাংবাদিক শ্ৰীকিশোৰী মোহন পাঠকে এই কেইটা দৃষ্টি ভঙ্গী আগত লৈ একুৰি তিনি গৰাকী নমস্য, সুন্দৰসেৱীৰ জীৱনী আগবঢ়াইছে 'লুইতপৰীয়া শিল্পী' শিৰোনামাৰ পুথিখনিত।

অসম সচিবালয়ত বৰ্তমান কৰ্মৰত বৰপেটাৰ ডেকা শ্ৰীকিশোৰী মোহনৰ সৌন্দৰ্য্যবোধ মোৰ বহুদিনৰ চিনাকী। তেওঁৰ গৱেষণাৰ প্ৰতি থাউতি মোৰ বৰ প্ৰিয়। য'তে সংস্কৃতি তালৈকে থাপনি মেলে শ্ৰীপাঠকে। শ্ৰমো কৰে যথেষ্ট। এই পুথি লিখি সদৌ অসমৰ সুন্দৰসেৱী ৰাইজৰ কৃতজ্ঞতাৰ পাত্ৰ হোৱা উচিত শ্ৰীপাঠক।। এই পুথিখনিক যাতে সকলোৱে মৰম কৰে— এই শুভকামনাৰে-

ড' ভূপেন হাজৰিকা

শ্ৰীকিশোৰী মোহন পাঠক অসমীয়া সাহিত্যৰ উদীয়মান লেখকসকলৰ আগশাৰীৰ এজন। তেওঁ তাহানি সত্তৰৰ দশকতে শ্ৰীমন্ত শঙ্কৰদেৱৰ বিভিন্ন অৱদানৰ ওপৰত উলিওৱা বিজ্ঞানসন্মত বিবিধ আলোচনাৰ সাময়িক আলোচনী 'শ্ৰীমন্ত শঙ্কৰ-সংস্কৃতি' আৰু 'অসম সুকন্য'ৰ সম্পাদনাৰে অসমীয়া সাহিত্যৰ এটি নতুন দিশত ন-কৈ পোহৰ

পেলাবলৈ হুৰা সাৰ্থক যত্নৰ কথা আমাৰ মনত আছে। 'লুইতপৰীয়া শিল্পী' তেওঁৰ অন্যতম সাহিত্যি প্ৰচেষ্টা ঃ এটি সাৰ্থক প্ৰচেষ্টা। ......ৰচয়িতা শ্ৰীপাঠকে লুইতপৰীয়া শিল্পীসকলক পাঠকৰ আগলৈ বয়সৰ ক্ৰমানুযায়ী সজাই উলিয়াইছে। তাকে কৰোতে তেওঁ যাৰ যি ৰাইজে দিয়া উপাধি বা স্বোপাৰ্জ্জিত শিৰোনামাৰ পাগুৰি আছে তাকে পিন্ধাই দিছে।

শ্ৰীঅতুল চন্দ্ৰ বৰুৱা

লেখকে ঐতিহ্যময় গীত, বাদ্য আৰু আধুনিক ৰঙ্গমঞ্চৰ লগত জড়িত শিল্পী সকলৰ কথাহে ঘাইকৈ আলোচনা কৰিছে, চিত্ৰাংকণ, ভাস্কৰ্য আদিলৈ যোৱা নাই। কিন্তু স্বীকাৰ কৰিব লাগিব যে লেখকে এইখিনি কামকে কৰিবলৈ যাওঁতে তথ্য-পাতি সংগ্ৰহত যথেষ্ট কষ্ট স্বীকাৰ কৰিছে। আলোচিত শিল্পী সকলৰ জীৱন আৰু সৃষ্টি কৰ্মৰ পূৰ্ণাঙ্গ বিৱৰণ ইয়াত নাই; তথাপি লেখকে কাহিনীৰ আকৰ্ষণীয়তাৰে, ৰসালকৈ তেওঁলোকৰ বিষয়ে সৰ্বসাধাৰণে জানিবলগীয়া কথাখিনি সজাই-পৰাই লিখি উলিয়াইছে। (অগ্ৰদূত, ১ মে ১৯৮৩)।

অধ্যাপক শ্ৰীযোগেশ দাস

এই সকল অবাঞ্চিতভাৱে অখ্যাত বা অৰ্দ্ধখ্যাত হৈ থকা থলুৱা কৃতী শিল্পীসকলৰ জীৱন আৰু সাধনাৰ কথা পোহৰলৈ অনা আৰু পৰাপক্ষত জীৱিত কালতে সেইসকলক সমাজৰ লগত পৰিচিত কৰি দিয়াটো আমাৰ এটা বৰ দায়িত্ব। প্ৰতিভাশালী আৰু পৰিশ্ৰমী ডেকা লেখক কিশোৰী মোহন পাঠকে এনে এটা কৰণীয় কাম কৰিবলৈ হাতত লোৱাৰ বাবে তেওঁ সদৌটিৰে প্ৰশংসাৰ পাত্ৰ। পাঠকৰ যোৱা বছৰৰ মাজ ভাগত ওলোৱা প্ৰায় ডেৰশপতীয়া 'লুইতপৰীয়া শিল্পী' নামৰ দেখনিয়াৰ কিতাপখনত লেখকে ১৮৯৫ চনৰ পৰা ১৯৩০ চনৰ ভিতৰত জনাজাত কৰা একুৰি তিনি গৰাকী অসমীয়া শিল্পীৰ চমু জীৱন-কাহিনী আৰু কৃতিত্বৰ খতিয়ান লৈছে। .....পাঠকে বয়সৰ ক্ৰমানুযায়ী শিল্প-কলাৰ বিভিন্ন ক্ষেত্ৰত যশস্যা অৰ্য্যা অথবা ব্যুৎপত্তি দৰ্শোৱা প্ৰতিনিধিত্বমূলক শিল্পীৰ এখন "হুজ হু" (Who's Who) জাতীয় সংকলন আগবঢ়াই মহৎ উপকাৰ কৰিছে। আন শিল্পী- সকলৰ জীৱন-চৰ্চাতে আবদ্ধ নেথাকি তেওঁলোকৰ নিজৰ কথাৰে একোটাইত পূৰ্ণাঙ্গ আলেখ্য দাঙি ধৰিবলৈকো পাঠকে প্ৰশংসনীয় প্ৰয়াস কৰিছে। আলোচ্য শিল্পীৰ প্ৰতিজনৰে ঘাই বৈশিষ্ট্য ৰেখাপাত কৰাৰ উদ্দেশ্যে অতুল বৰুৱাদেৱে কোৱাৰ দৰে লেখকে প্ৰত্যেককে একোটা টুপী পিন্ধাই আমাৰ আগলৈ উলিয়াই দিয়া প্ৰচেষ্টা আদৰণীয় সন্দেহ নাই। ..... সৰ্বসাধাৰণ ৰাইজে যেনেকৈ তেওঁলোকক পাহৰি যোৱা উচিত নহয়, তেনেকৈ তেওঁলোকৰ সাধনাৰ জীৱন সম্বন্ধে খবৰ ৰখা ভাল। এই বিষয়ত পুথিখনে যথেষ্ট সহায় কৰিব। এই গুণী সকলৰ ভালেমানে যে অসমৰ বাহিৰত আনকি বিদেশতো অসমৰ ঐতিহ্যপূৰ্ণ কলাৰ প্ৰদৰ্শন কৰি বাহিৰৰো বহু গুণীজনৰ সমাদৰ লাভ কৰি আহিছে সেই বিলাক বিষয়ো লেখকে সংশ্লিষ্ট ক্ষেত্ৰত উল্লেখ কৰি গৈছে। (প্ৰকাশ, এপ্ৰিল, ১৯৮৩)।

শ্ৰীমুনীন বৰকটকী